# সংস্কৃত সাহিত্যত এভুমুকি



শ্ৰী পুৰুষোত্তম ভট্টাচাৰ্য

# সংস্কৃত সাহিত্যত এভুমুকি

লিখক

সংস্কৃত অধ্যাপকৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ বিজেতা
**শ্ৰীপুৰুষোত্তম ভট্টাচাৰ্য**
অৱসৰপ্ৰাপ্ত অধ্যক্ষ
নলবাৰী সংস্কৃত কলেজ
নলবাৰী




**বীণা লাইব্ৰেৰী**
**কলেজ হোষ্টেল ৰোড**
গুৱাহাটী-৭৮১০০১

প্ৰকাশক :
শ্ৰীশান্তিৰঞ্জন দে
বীণা লাইব্ৰেৰী
গুৱাহাটী-৭৮১০০১



মূল্য : ১৬.০০

মুদ্ৰাকৰ :
শ্ৰীকান্ত বছাক
জয়শ্ৰী প্ৰেছ
৯১/১ বি, বৈঠকখানা ৰোড
কলিকতা-৭০০ ০০৯

# উছৰ্গা

অতন্দ্ৰ প্ৰহৰীৰ দৰে কিতাপ লিখি আছো নে নাই চাই থকা আৰু কোষ্ঠী এৰি কিতাপৰ কামত লাগি থাকিবলৈ প্ৰেৰণা জগোৱা মোৰ সহধৰ্মিণী শ্ৰীমতী চাৰুবালা ভট্টাচাৰ্য্যৰ হাতত মোৰ "সংস্কৃত সাহিত্যত এভূমুকি" উছৰ্গা কৰিলো ।

**আত্মনাথ ভৱন** **শ্ৰীপুৰুষোত্তম ভট্টাচাৰ্য্য**

নলবাৰী

দৌল পূৰ্ণিমা

৩।৩।৮৮ ইং ।

# পাতনি

সংস্কৃত সাহিত্য অপাৰ সমুদ্ৰৰ দৰে। সিবিলাকৰ মহামূল্য লিখনিৰে সমৃদ্ধ কৰি থৈ গৈছে তাৰ সংখ্যা কৰিব নোৱাৰি। তাৰে ভিতৰত দুই এখন কাব্য, গীতি কাব্য, নাটকৰ থূলমূল বিষয় বিলাকৰ পৰিচয় দিবলৈ চেষ্টা কৰা হৈছে এই কিতাপখনিত।

মোৰ সংস্কৃত সাহিত্যত প্ৰবেশ হয় ১৯৩৫ চনত। ঢকুৱাবান্ধা জ্ঞানদা চতুষ্পাঠীৰ তেতিয়াৰ অধ্যক্ষ পূজ্যপাদ ৺ৰঘুনাথ ভট্টাচাৰ্যদেৱৰ ওচৰত ব্যাকৰণ আৰু কাব্যশাস্ত্ৰ অধ্যয়ন কৰি তাৰ পিছত ১৯৩৮ চনত নলবাৰী সংস্কৃত কলেজ স্থাপন হোৱাত পূজ্যপাদ ৺ভগবানচন্দ্ৰ গোস্বামীদেৱৰ ওচৰত ব্যাকৰণ আৰু কাব্য শাস্ত্ৰ অধ্যয়ন কৰি ১৯৩৯ চনত জ্যোতিষ শাস্ত্ৰ অধ্যয়নৰ কাৰণে বাৰানসীলৈ গৈ তাত ৺দেৱকৃষ্ণ ত্ৰিপাঠীৰ ওচৰত সিদ্ধান্ত গণিত আৰু ফলিত জ্যোতিষ অধ্যয়ন কৰাৰ লগতে অধ্যক্ষ শ্ৰীশচীন্দ্ৰনাথ ঘোষ এম.এ. আৰু মোৰ মন্ত্ৰগুৰু সেই সময়ৰ বাৰানসীৰ সৰ্বশ্ৰেষ্ঠ সাহিত্য শাস্ত্ৰৰ অধ্যাপক অধ্যক্ষ ৺তাৰাচৰণ ভট্টাচাৰ্য্য সাহিত্যাচাৰ্য্য, কাব্যতীৰ্থ দেৱৰ ওচৰত সংস্কৃত সাহিত্য আৰু তন্ত্ৰশাস্ত্ৰ অধ্যয়ন কৰিছিলো।

নলবাৰী সংস্কৃত কলেজত অধ্যাপনা কৰি থকা কালছোৱাত ১৯৫৬ চনৰ পৰা সংস্কৃত সাহিত্যৰ বিভিন্ন দিশৰ সমালোচনামূলক কথিকা দিবৰ কাৰণে আকাশবাণী গুৱাহাটীৰ পৰা আমন্ত্ৰণ আহে আৰু বিভিন্ন সময়ত বিভিন্ন দিশৰ কথিকাৰ কাৰণে সংস্কৃত সাহিত্য নিবিষ্টভাবে অধ্যয়ন কৰিবলৈ বাধ্য হওঁ। কথিকাৰ উপৰিও সাতখন সংস্কৃত নাটৰ অসমীয়া অভিযোজনা, সংস্কৃত, অসমীয়া, ইংৰাজীত বিভিন্ন আলোচনা আকাশবাণীয়ে প্ৰচাৰ কৰে—এইবাবে আকাশবাণী গুৱাহাটীৰ পৰিচালক সকলৰ ওচৰত মোৰ কৃতজ্ঞতা এইখিনিতে জনালো।

মোৰ ডাঙৰ ল'ৰা ডঃ পৰাগ কুমাৰ ভট্টাচাৰ্য্যই, সৰু ল'ৰা শ্ৰীমান প্ৰহাস কুমাৰ ভট্টাচাৰ্য্য এম.এ. আৰু সৰু ভাই শ্ৰীমান বিধুভূষণ ভট্টাচাৰ্য্য এম.এ, জ্যোতিৰ্বিশাৰদৰ লগত পুৰণি কাগজবোৰ খুচৰি যি পালো সেইবোৰ মোৰ ডাঙৰ বোৱাৰী শ্ৰীমতী গাকনি ভট্টাচাৰ্য্য বি.এ. আৰু সৰু বোৱাৰী শ্ৰীমতী কৰবী

ভট্টাচাৰ্য্য বি·এ, জ্যোতিৰ্বিশাৰদৰ হতুৱাই ছপাশালত দিবৰ কাৰণে প্ৰস্তুত কৰি কিতাপ আকাৰে উলিয়াইছো—তাৰ কাৰণে সিহঁতলৈ মোৰ স্নেহাশীষ থাকিল।

শ্ৰীশান্তিৰঞ্জন দে মহাশয়ে স্বতঃপ্ৰণোদিত ভাবে কিতাপখনি প্ৰকাশ কৰাৰ ব্যৱস্থা কৰি দিয়াত মোৰ হিয়া ভৰা আশীৰ্ব্বাদ জনালো।

কিতাপখনে পঢ়ুৱৈ ৰাইজৰ সহানুভূতি পালে কৃতাৰ্থ হম।

আত্মনাথ ভৱন
নলবাৰী, অসম
দৌল পূৰ্ণিমা
৩।৩।৮৮ ইং

শ্ৰীপুৰুষোত্তম ভট্টাচাৰ্য্য

## সূচীপত্র

### প্ৰথম খণ্ড



### দ্বিতীয় খণ্ড

# প্ৰথম খণ্ড

## সংস্কৃত সাহিত্যত তপোবন

ভাৰতীয় প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ জন্মস্থান হল তপোবনবিলাক। নগৰৰ কোলাহল প্ৰলোভন আদি এৰাই অৰণ্যৰ মাজত শান্তিপূৰ্ণ মনোৰম স্থান এই তপোবনবোৰত আৰ্য্য ঋষিসকলে ঈশ্বৰ চিন্তা, ধৰ্মানুষ্ঠান আদিৰে চিত্ত চাঞ্চল্য দূৰ কৰি ভাৰতক সমৃদ্ধিশালী কৰি থৈ গল। বেদ, উপনিষদ, দৰ্শন, বিজ্ঞান, পুৰাণ, মহাকাব্য আদি অমূল্য শাস্ত্ৰসমূহ এই শান্ত স্নিগ্ধ পৰিবেশতেই ৰচিত হৈছিল।

মহাকাব্য ৰামায়ণ, মহাভাৰতত তপোবনবিলাকৰ মনোমুগ্ধকৰ শান্ত-মধুৰ পৰিবেশ আৰু তপোবনবাসীসকলৰ আচাৰ ব্যৱহাৰ আতিথ্য আৰু সেৱা-পৰায়ণতাৰ ব্যৱহাৰৰ বৰ্ণনাই আমাৰ মনক টানি লৈ যায় এনে এখন ৰাজ্যলৈ যত দুখ, শোক, ভাৱনাৰ লেশ নাই। প্ৰকৃতিয়ে পূৰ্ণ পয়োভৰেৰে নিজৰ সম্পদ মানৱৰ আগত ডাঙি ধৰিছে। পশু পক্ষীসকলে হিংস্ৰ মানুহৰ ওপৰত সৰল বিশ্বাস স্থাপন কৰি এখনি এনেকুৱা সমাজ সৃষ্টি কৰিছে যত নাই হিংসা, দ্বেষ, ছাগে-বাঘে একে ঘাটতে পানী খায় আৰু এনে শান্ত মনোৰম পৰিবেশৰ ফল প্ৰসৱ কৰিছিল আজিৰ ভাৰতীয় বিভিন্ন শাস্ত্ৰ সমূহে।

আদি মহাকাব্য ৰামায়ণৰ অৰণ্য কাণ্ডত তপোবনবাসী ঋষিসকলৰ বিনয় ব্যৱহাৰ আৰু আতিথ্যৰ নিদৰ্শন মনোমুগ্ধকৰ। ৰাম, লক্ষ্মণ, সীতা দণ্ডকাৰণ্যত প্ৰবেশ কৰাত ঋষিসকলে বন্য মৃগ, পুষ্প, ফল তেওঁলোকৰ আগত নিবেদন কৰি, কৃতাঞ্জলী হৈ ৰামক কৈছে, "আপুনি নগৰতেই থাকক বা বনতেই থাকক আপুনিয়ে আমাৰ ৰজা, আমি জিতক্ৰোধ আৰু জিতেন্দ্ৰিয় হলেও আপোনাৰে দণ্ডাধীন—মূলং পুষ্পং ফলং বনামাশ্ৰমংচ মহাত্মনঃ

নিবেদিয়ত্বা ধৰ্মজ্ঞাস্তৱঃ প্ৰাঞ্জলয়োহব্ৰাবন্
নগৰস্থো বনস্থো বা ত্বং নো ৰাজা জলেশ্বৰঃ
ন্যস্তদণ্ডা বয়ং ৰাজা জিতে ক্ৰোধা জিতেন্দ্ৰিয়া।

তপোবনৰ শান্ত মধুৰ পৰিবেশত সীতাৰ মুখেৰে ওলোৱা তত্ত্বজ্ঞান আৰু বিনয় ব্যৱহাৰো মনোৰম। সীতাই ৰামক কৈছে, চৰিত্ৰৰ দ্বাৰাহে ধৰ্ম উপাৰ্জিত হয়,

কামজ বাসনাত্ৰয় যেনে মিছা কোৱা আৰু ইয়াতকৈও আন দুটা হল পৰদাৰ গমন আৰু শত্ৰুতা নোহোৱাকৈ আনক আঘাত কৰা। এই কথা কওতে ৰামক উপদেশ দিয়াৰ দৰে শুনায় বুলি সীতাই বিনীতভাৱে কৈছে, মোৰ প্ৰতি আপোনাৰ চেনেহ আৰু আদৰৰ কাৰণে মই এই কথা আপোনাক সোঁৱৰাই দিছো। শিকোৱা বুলি নাভাবিব—"স্নেহঞ্চ বহুমানঞ্চ স্মাৰয়ে ত্বাং ন শিক্ষয়ে"।

অগস্ত্যৰ আশ্ৰমত ৰাম উপস্থিত হোৱাতো অতিথিৰ প্ৰতি বিনয় দেখুৱাই মুনিয়ে কৈছে, আপুনি প্ৰিয় অতিথি মোৰ পূজনীয় আৰু মাননীয়—"পূজনীয়শ্চ মান্যশ্চ ভবান্ প্ৰাপ্তঃ প্ৰিয়াতিথিঃ"।

মহাভাৰততো তপোবনৰ মনোৰম বৰ্ণনা বনপৰ্ব আৰু আশ্ৰমবাসীক পৰ্বত পোৱা যায়। ধৃতৰাষ্ট্ৰই গান্ধাৰীৰ সতে বাস কৰা শত যুপাশ্ৰম আদি আশ্ৰমৰ বৰ্ণনা মহাভাৰতত সুন্দৰভাৱে দিয়া হৈছে। প্ৰকৃতিৰ বিনন্দীয়া ৰাজ্যত ঋষিসকলে পশু পক্ষীৰ লগত স্নেহাদ্ৰ ব্যৱহাৰেৰে স্ত্ৰী পুত্ৰ লৈ ধৰ্মচৰ্চা যাগ যজ্ঞ আদিত ৰত হৈ অসংখ্য শিষ্যক জ্ঞানৰ ভাণ্ডৰ উজাৰি দিছিল আৰু তেওঁলোকৰ সামগান ঝংকাৰে আকাশ বতাহ খলক লগাইছিল। বায়ুমণ্ডলত যজ্ঞীয় হবিৰ সুবাসে সকলো মলিনতা দূৰ কৰি এক সুমধুৰ সুৰভিৰে আকাশ ভৰাই তুলিছিল।

ৰজা আৰু ৰাণীসকলে বৃদ্ধ বয়সত সংসাৰ এৰি তপোবনত বাস কৰি ধৰ্মচৰ্চা কৰাৰ কথা উমান পোৱা যায় খৃঃ পূঃ দ্বিতীয়, তৃতীয় শতকৰ নাট্যকাৰ ভাসৰ 'স্বপ্নবাসবদত্তা'—নাটকত। মহাৰাজ "দৰ্শকৰ" মাকে এনেদৰে তপোবনত বাস কৰিছিল। তেওঁক দেখা কৰিবলৈ তেওঁৰ জীয়েক পদ্মাৱতীয়ে তপোবনলৈ যাওঁতে ৰাজোচিত ব্যৱহাৰ হেতু বাটৰপৰা মানুহবিলাকক আতৰি যাবলৈ ভোট-সকলে নিৰ্দেশ কৰাত এই ব্যৱহাৰ তপোবন বিক্ষুব্ধ বুলি মহাৰাজ উদয়নৰ মন্ত্ৰী যৌগন্ধাৰয়নে আৰু দৰ্শকৰ কঞ্চুকীৰ মুখেৰে কোৱা হৈছে। আশ্ৰমবাসী সকলৰ সৰল আৰু শান্তিপূৰ্ণ জীৱন আৰু সিবিলাকৰ প্ৰতি বিনয় ব্যৱহাৰ কৰিবলগীয়া কথাও তাত ওলাই পৰিছে। ধীৰ আশ্ৰমবাসী, বনফল ভোজন কৰি সন্তুষ্ট, বল্কল বসন পৰিহিত, মাননীয় লোকসকলৰ ত্ৰাস উৎপাদন কৰা হৈছে কিয়? কোন গৰ্বিত অবিনীত আৰু চঞ্চল ভাগ্য লাভত মত্তই এই নিভৃত তপোবনখনিক (অযথা আজ্ঞাদি) গাওঁত পৰিণত কৰিব খুজিছে।

ধীৰস্যাশ্ৰম সংশ্ৰিতেস্য বসতস্তুষ্টস্য বন্যৈঃ ফলৈ
ৰ্মানাৰ্হস্য জনস্য বল্কলবতস্ত্ৰাসঃ সমুৎপাদ্যতে

উৎসিক্তো বিনয়াদপেত পুরুষ ভাগ্যৈশ্চলোধিশ্মিতঃ
কোহয়ং ভো নিভৃতং তপোবন থিদং গ্রামীকরোত্যাজ্ঞয়

কঞ্চুকীয়ে কৈছে মানুহবিলাকক আতৰাই নপঠাবা। ৰজাৰ ওপৰত অপযশ নানিবা। আশ্ৰমবাসীসকলৰ প্ৰতি কৰ্কশ বাক্য প্ৰয়োগ নকৰিবা। এই মহাত্মাসকলে নগৰ-সুলভ অবমাননা জাগ কৰিবলৈয়ে বনত বাস কৰিছেহি।

কবিকুলতিলক কালিদাসৰ শকুন্তলতাতো শান্ত তপোবনত বিনীত বেশেৰে ৰজাই প্ৰবেশ কৰিছে। যাতে আশ্ৰমৰ কাৰ্য্যত ব্যাঘাট নঘটে। সেয়ে ৰজাই ৰথ এৰিহে তাত সোমাইছে।

আশ্ৰম বিলাকত অতিথিৰ সংকাৰৰ কাৰণে বিশেষ আয়োজনৰ ব্যৱস্থা আছিল। সেয়ে কুলপতি কণ্বৰ মালিনীতীৰৰ তপোবনত কুলপতি নথকাতো আশ্ৰমলৈ অহা অতিথি সংকাৰৰ ভাৰ পালিতা কন্যা শকুন্তলাৰ ওপৰত ন্যস্ত কৰা হৈছিল। শকুন্তলাই নিজৰ এই কৰ্তব্য নিয়াৰিকৈ পালন নকৰি দুষ্যন্তৰ চিন্তাত তন্ময় হৈ থকা কাৰণেই অভিসপ্তা হৈছিল।

ৰজাসকলে তপোবনত প্ৰবেশ কৰি নিজৰ আত্মাক পৱিত্ৰ কৰা বুলি ভাবিছিল। "আশ্ৰম দৰ্শনেনাত্মনং পুনীমহে।" সমগুণ বিৰাজিত তপোবন বিলাকতো দাহন কৰিব পৰা শক্তি লুকাই থকা বুলি ৰজা দুষ্যন্তই ভাবিছিল যেনেদৰে সূৰ্য্যকান্ত মণি স্পৰ্শ কৰিব পৰা যায় যদিও ই সূৰ্য্যৰ প্ৰতিবিম্ব প্ৰতিফলিত হলে দহন কৰিব পৰাৰ দৰে।

গভীৰ অৰণ্যৰ মাজত অৱস্থিত হলেও অৰণ্যৰ মাজৰ কোনখিনি তপোবন তাক দেখিলেই সহজে অনুমান কৰিব পৰা গৈছিল। কণ্বৰ আশ্ৰমৰ উপকণ্ঠত ঠিয় দিয়ে ৰজা দুষ্যন্তই দেখিছিল গছৰ খোৰোঙত থকা ভাটৌ পোৱালিবিলাকৰ মুখৰ নিবাৰ ধানবোৰ গছৰ তলত পৰি আছে। ঋষিসকলে জটাত ঘঁহিবলৈ তেল উলিওৱাৰ চিন স্বৰূপ ইঙ্গুদী ফল পিহা সৰু শিলবোৰত তেল লাগি আছে। মানুহৰ লগত বাস কৰি বিশ্বাস উৎপন্ন হোৱাত হৰিণবিলাকেও মানুহক ভয় নকৰে। পানীৰ আধাৰ বাটত পানী পৰি আছে পৰিধেয় বল্কলৰ আগ ভাগেৰে বৈ পৰা পানীৰে।

নীবাৰাঃ শুক গৰ্ভকোটৰ মুখ দ্ৰষ্টা শুৰুনামধঃ
প্ৰাস্নগ্ধাঃ ক্বচিদিঙ্গুদী ফল ভিদঃ সূচ্যন্ত এবোপয়ালম্।
বিশ্বাসোপগমোদাভিন্ন গতয়ঃ পন্থা শব্দং সহন্তে মৃগাঃ।

তপোবন অতিথিসকলৰ কাৰণে নিজৰ ঘৰ। "তপোবনানি নাম অতিথি জনস্য স্বগেহম্।" ৰজা, ৰাজকুমাৰ, ৰাজমন্ত্ৰী আদিয়ে তপোবনলৈ গলে আশ্ৰমবাসী সকলক মনৰ ইচ্ছাৰূপ দান কৰি অনুগৃহীত হৈছিল। স্বপ্নবাসৱদত্তাত পদ্মাৱতীয়ে আশ্ৰমবাসীসকলক দান কৰিবলৈ খোজাত কঞ্চুকীয়ে কৈছিল—হে আশ্ৰমবাসী তপস্বীসকল, মাগধৰাজকন্যাই তেওঁৰ প্ৰতি বিশ্বাস হেতু বিশ্বাসযুক্তা হৈ নিজ ধৰ্মোন্নতিৰ কাৰণে আপোনালোকক নিমন্ত্ৰণ কৰিছে। আপোনাৰ কাৰ কলহৰ প্ৰয়োজন, কাৰ পৰিধেয় কাপোৰৰ দৰ্কাৰ, কাৰ দীক্ষা শেষ হোৱাৰ পিছত, গুৰুদক্ষিণাৰ প্ৰয়োজন, যাৰ যি অভীষ্ট বস্তুৰ দৰকাৰ কওক—যাক যি লাগে লওকহি।

তপোবনৰ গছ-লতা পশুপক্ষীসকল আশ্ৰমবাসীসকলৰ নিজৰ পুত্ৰ কন্যাতকৈও মৰমৰ। নৱমল্লিকাৰ দৰে কোমলাঙ্গী শকুন্তলাকো গছৰ চাৰিকাৰে দিয়া খালত পানী দিয়াত নিযুক্ত কৰিছিল কণ্বমুনিয়ে। আৰু অকল কণ্বৰ আদেশতেই এনে শ্ৰম কৰা নাছিল—শকুন্তলাৰ গছবিলাকৰ প্ৰতি তেওঁৰ সহোদৰৰ দৰে স্নেহো আছিল। "ন কেবলং তাদনিতত এক; অস্তি মে সোদৰসিনেহোবি এদেষু।" গছবোৰক পানী নিদিয়াকৈ নিজে আহাৰ গ্ৰহণ নকৰিছিল। সিবিলাকক সুখ-দুখ অনুভূতিসম্পন্ন বুলি জ্ঞান কৰিছিল—গছৰ নতুন ফুল ওলালে, লতাই সহকাৰত বগালে ঋষিকন্যাসকলৰ আনন্দ চায় কোনে? এই লতাগুল্মসকলক কেন্দ্ৰ কৰি যুৱতী ঋষিকন্যাসকলে পৰস্পৰে কৰা বয়সোচিত বক্ৰোক্তি ধেমালি আদিয়ে পাঠকক টানি লৈ যায় এখন আনন্দমুখৰ শান্তি পৰিপূৰ্ণ নতুন ৰাজ্যলৈ।

গছ-লতাৰ পাত ফুল নিছিগিছিল কষ্ট পাব বুলি আৰু সিবিলাকৰ সৌন্দৰ্য্য হানি হব বুলি। সিবিলাকে আৰু পশুপক্ষীসকলেও শকুন্তলাৰ প্ৰতি তেনেকুৱা অনুৰক্ত আছিল। শকুন্তলাৰ পতিগৃহলৈ গমনৰ সময়ত মহাকবিয়ে মৃগশাবক, ময়ূৰ আদিৰ মূক অন্তৰ ভৰা দুখ অমৰ লিখিনিৰে লিখি থৈ গল।

সম্মানীয় অতিথিসকলক ফল পুষ্পৰেই অকল অভ্যৰ্থনা কৰা হোৱা নাছিল। শ্ৰোত্ৰিয় অতিথি সকলক, সমাংস, মধুপৰ্ক, দামুৰী, ষাড়গৰু, বুঢ়া খাঁহি আদিৰ মাংসৰেও শুশ্ৰূষা কৰা হৈছিল। ভৱভূতিৰ উত্তৰামচৰিতত বাল্মিকীৰ তপোবনলৈ বশিষ্ঠ প্ৰভৃতি অহাত এনেদৰে অভ্যৰ্থনা কৰাৰ উল্লেখ আছে—

"সমাংসো মধুপৰ্ক ইতি আম্নায় বহুমন্যমানাঃ শ্ৰোত্ৰিয়াদিহ
ভ্যাগতায় বৎসতৰীং মহোক্ষাং মহাজং বা নিৰ্ব্বপ্ৰাপ্তি গৃহমেধিনঃ"

এই বাল্মিকীৰ তপোবনত সঙ্গীত ধনুৰ্বিদ্যাই পূৰ্ণ বিকাশ পাইছিল লব-কুশৰ ৰামায়ণ গানত আৰু অস্ত্ৰ চালনাত। ৰঙ্গমঞ্চৰ প্ৰবৰ্ত্তনো দেখা যায় সীতাৰ বনবাসৰ পৰা বাকীথিনি অভিনয় কৰি ৰাম আদিক দেখুওৱাত আৰু তিৰোতাৰ সহশিক্ষাৰ আভাস ফুটি উঠিছে লৱকুশৰ কাৰণে পঢ়াশুনাত ব্যাঘাত হোৱাত আত্ৰয়ীয়ে আন ঠাইলৈ পঢ়িবলৈ যোৱাত। চিত্ৰ বিদ্যা চৰ্চ্চা আৰু সহশিক্ষাৰ পূৰ্ণ বিকাশৰ কথা ফুটাই তুলিছে কালিদাসে কণ্বমুনিৰ আশ্ৰমত। শকুন্তলাক ৰাজমহিষীৰ দৰে পোছাক আৰু অলংকাৰ পিন্ধোৱাত সখীয়েকসকলে কৈছে "অনুপভুক্ত ভূষনোঽয়ং জনঃ চিত্ৰকৰ্ম পৰিচয়েন অঙ্গেষু আভৰণ বিনিয়োগঃ কুৰ্ব্বঃ।" নিজেতো অলংকাৰ পিন্ধা নাই চিত্ৰবিদ্যামতে তোমাক অলংকাৰ পিন্ধাও আহা। স্ত্ৰী শিক্ষাৰ পূৰ্ণবিকাশ ধৰিব পাৰি বিৰহ কাতৰা, দাহযুক্তা শকুন্তলাই ৰজালৈ লেখন সামগ্ৰী নাপাই নলিনী পত্ৰত নখেৰে লিখা প্ৰেমপত্ৰ ( মদন লেখা )ত।

তপোবনবাসী সকলে নগৰলৈ আহিলে কেনেকুৱা অনুভৱ কৰে সি ফুটি উঠিছে শাঙ্গৰৱ শাৰদ্বতৰ কথোপকথনত।

তথাপীদ্ৰং সশ্বৎ পৰিচিত বিবিক্তেন মনসা
জনাকীৰ্ণংমন্যে হুতবহু পৰিতঃ গৃহমিদম্॥
অভ্যক্তমিব স্নাতাঃ শুচিৰ শুচিমিব প্ৰবুদ্ধ ইব সুপ্তম্
বদ্ধমিব স্বৈৰ গতি জিনমিহ সুখ সঙ্গিনবৈ॥

ৰজাসকলে তপোবনবাসীসকলক সকলো বিপদৰ পৰা ৰক্ষা কৰা তপোবনৰ পৰা কোনো মুনি আহিলে অগ্নিশালত তেওঁলোকক দেখা কৰি সন্মান জনোৱা—ৰাজহ বুলি ষষ্ঠাংশ গ্ৰহণ নকৰা আদি নিয়ম প্ৰচলনৰ বহু পটন্তৰ পোৱা যায়।

ৰঘুবংশ মহাকাব্যত বশিষ্ঠাশ্ৰমৰ মনোমুগ্ধকৰ প্ৰাকৃতিক বৰ্ণনা, ৰজা দিলীপৰ সপত্নীক গুৰুভক্তি আৰু সি বিলাকৰ প্ৰতি বশিষ্ঠৰ আতিথ্য, বাল্মিকীৰ আশ্ৰমৰ বাতাবৰণৰ সুচাৰু বৰ্ণনা, সীতাৰ প্ৰতি বাল্মিকীৰ আশ্বাস আৰু তত্বাৱধান, লৱকুশৰ শিক্ষাদান আদি অমৰ কবি কালিদাসৰ এক অপূৰ্ব্ব সৃষ্টি নৈপুণ্য।

# সংস্কৃত নাটকত বিদূষকৰ ভূমিকা

ৰজাৰ চৰিত্ৰ থকা প্ৰায়বিলাক সংস্কৃত নাটকতেই বিদূষকৰ চৰিত্ৰ আছে। এই নিয়মৰ ব্যতিক্ৰম দেখা যায় মাত্ৰ মহাকবি ভৱভূতিৰ মালতী-মাধৱ, মহাবীৰ চৰিত ও উত্তৰ ৰাম চৰিত এই নাটক তিনিখনত। মৃচ্ছকটিক নাটকত নায়ক চাৰু দত্তৰ বিদূষক বন্ধুৰ ভূমিকা বিশেষ উল্লেখযোগ্য।

দৰ্শকসকলক হাস্যৰসৰ যোগান ধৰিবলৈ আৰু চলি থকা নাটকীয় পৰিবেশ এটাৰ আমনি দূৰ কৰিবলৈ ৰজাৰ কথাৰ মাজে মাজে বিদূষকৰ খুহুতীয়া কথাৰ অৱতাৰণা কৰা হয়। ৰজা বা নাটকৰ নায়কজনৰ চৰিত্ৰ স্বভাৱতেই গম্ভীৰ, তেওঁৰ মনৰ সকলো ভাব দৰ্শকসকলে বুজা টান হৈ পৰে। গতিকে বিদূষকৰ আগত ৰজাই অবাধে তেওঁৰ মনৰ কথা খুলি কলে দৰ্শকসকলেও ৰজাৰ মনৰ ভিতৰত খেলাই থকা দুখ সুখৰ সকলো অনুভূতি বুজি পায়। কোনো পাত্ৰীৰ প্ৰতি ৰজাৰ মন আকৃষ্ট হলে তেওঁলোকৰ মিলনতো বিদূষকে যথেষ্ট অৰিহনা আগবঢ়ায়। সাহিত্য দৰ্পণত বিদূষকৰ লক্ষণৰ বিষয়ে কোৱা হৈছে।

কুসুম বসন্তাদ্যভিধঃ কৰ্মবপুৰ্বেশ ভাষাদ্যৈঃ

হাস্যকৰঃ কলহ ৰতি বিদূষকঃ স্যাৎ স্ব কৰ্মজ্ঞঃ।

ফুল বসন্ত আদি ঋতুৰ নামেৰে যেনে মাধব্য, বসন্তক, অন্দি নামেৰে কামেৰে শৰীৰেৰে বেশেৰে আৰু ৰচনাদিৰ দ্বাৰা হাস্যকাৰী বিবাদ প্ৰিয়, ভোজন বিলাসী আৰু শৃঙ্গাৰ ৰসৰ পৰিণতি সাধনত সহায়ক ব্ৰাহ্মণক বিদূষক বোলে। বিদূষক মধ্যম শ্ৰেণীৰ ভাৱৰীয়া—মকৌ বিট বিদূষকৌ। বিদূষকে ৰজাক বয়স্য বুলি আৰু ৰজাই বিদূষকক বয়স্য বুলি নাম কাঢ়ি মাতিব লাগে। "ৰাজৰ্ষি ভি বয়স্যেতি ভূতৌৰ্ভিৰ্য্যেতি চাধৰ্মৈঃ বয়স্যেতে থবা নাম্না ৰাচ্যো ৰাজ্ঞা বিদূষকঃ।" বিদূষকৰ বচন প্ৰাকৃত ভাষাত দিয়া হয়। প্ৰাচ্যা বিদূষকাদীনাম্।

মহাকবি কালিদাসৰ শকুন্তলাত বিদূষক মাধব্যই ৰজাৰ লগত বনৰ মাজে মাজে চিকাৰত ঘূৰি ফুৰিছে—শূল্য মাংস খাই খাই গছৰ পাত পচা যৰে তৰে পানী খাব লগাত পৰিছে আৰু ঘোঁৰাৰ পিছে পিছে ঘূৰি ভৰিৰ গাঠি বিষোৱাত তাৰ ওপৰত আকৌ ফোটক উঠিছে। দোকমোকালিত টোপনি ভঙাত অতিষ্ঠ হৈ উঠিছে। গতিকে আৰু ঘূৰি ফুৰিব নোৱাৰা ভাও ধৰি হাত ভৰি ডঙা খোৱাৰ দৰে লাঠিৰ

ওপৰত ভৰ দি থকা বিকলাবস্থাত বিদূষক মাধব্যক দেখা পালে স্বভাৱতে দৰ্শকৰ হাঁহি উঠে—হোহু, অঙ্গ ভঙ্গ বিকলো বি অ ভবি অ চিট্টামং জই এববংবিনাম বিস সমংলহোম্।

বিদূষকৰ থুহতীয়া কথাবিলাকো প্ৰাণস্পৰ্শী আৰু আবেগপূৰ্ণ। বিদূষকৰ এনে বিকল অৱস্থাৰ কাৰণ ৰজাই সোধাত বিদূষকে কৈছে নিজে চকু আকুল কৰি দি চকুলো ওলোৱাৰ কাৰণ সুধিছা? সোঁতে বেটালতাদানিক ভাঙি মোহাৰি পেলায়—তাৰ কাৰণ জানো নৈৰ সোঁত নহয়?

দুষ্যন্তই শকুন্তলাৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰাত বিদূষকে ৰজাক কৈছে 'খেজুৰৰ গুটি খাই খাই আমনি লাগিলে তেতেলী খাই অৰুচি গুচোৱাৰ দৰে তুমিও ৰূপ লাৱণ্যৱতী অন্তপুৰচাৰিণী সকলৰ লগত বিলাসত আমনি লাগি তপস্বী কন্যাত মন দিছা—জহ কসসবি পিণ্ড খজ্জুৰেহিং উব্বেজিদস্স তিন্তিলীএ অহিলাধো ভবে তাই ই আৰ অনপৰিসোইনোভবদা এস্ব অভৰংথনা। তেন্তে সোনকালে শকুন্তলাক হস্তগত কৰা যাতে ইঙ্গুদী তেলেৰে চিকোনোৱা চুলিৰ কোনো মুনিৰ হাতত নপৰেগৈ।

বিদূষকৰ সহজ সৰল ভাব প্ৰকাশ পাইছে দুষ্যন্তই আশ্ৰমলৈ যোৱাৰ চেলু বিচৰাত বিদূষকে দিয়া উত্তৰত। তপস্বীসকলে তোমাক দিবলগীয়া নীবাৰৰ ষষ্ঠাংশ দিয়া এই বুলি ওলোৱাগৈ—নীবাৰ চহুব্ব ভাঅং অমহানং উপহৰন্তুতি। তপস্বীসকলে যজ্ঞ ৰক্ষাৰ কাৰণে দুষ্যন্তক অনুৰোধ কৰিছে। এনেতে ৰাজমাও-সকলে পুত্ৰপিণ্ড পালন ব্ৰতৰ কাৰণে দুষ্যন্তৰ উপস্থিতিৰ প্ৰয়োজন হোৱাত ৰাজধানীলৈ নিয়াবলৈ মানুহ পঠিয়াইছে। নিৰুপায় হৈ ৰজাই বিদূষকক সুধিলে বয়স্য এতিয়া কি কৰা যায়। মাধব্যই খপহকৈ উত্তৰ দিলে—"ত্ৰিশঙ্কুৰ বি অ অন্তৰা চিট্ঠ"—ত্ৰিশঙ্কুৰ দৰে মাজতে থাকা। বিক্ৰমোৰ্ব্বশীত উৰ্ব্বশীৰ ৰূপমুগ্ধ ৰজা পুৰুৰবাই উৰ্ব্বশীৰ লগত মিলনৰ উপায় চিন্তা কৰিবলৈ বিদূষকক কোৱাত বিদূষকে উত্তৰ দিছে, টোপনি যোৱা তেতিয়াহলে সপোনত দুয়োৰে মিলন হব। প্ৰিয়দৰ্শিকা নাটকত ৰাণীৰ কোপত ৰজা উদয়নৰ প্ৰণয়পাত্ৰী আৰণ্যকা বন্দী অৱস্থাত পৰি আছে। ৰাণীক কেনেকৈ সন্তুষ্ট কৰি আৰণ্যকাক উদ্ধাৰ কৰিব পাৰে তাৰ উপায় উলিয়াবলৈ বিদূষক বসন্তকক কলে। বসন্তকে উত্তৰ দিলে—ব্ৰত কৰা তেতিয়া দেবী চণ্ডী সন্তুষ্ট হৈ মুক্ত কৰি দিব। মহাৰাজ, সকলো সৈন্য সামন্ত

লৈ অন্তঃপুৰ আক্ৰমণ কৰা হওক আৰু আৰণ্যকাক মুক্ত কৰা হওক এনেদৰে গুহ্যতীয়া কথাৰে দৰ্শকক হঁহুৱাৰ উদ্দেশ্যে বিদূষকৰ ভাৱ অৱতাৰণা কৰা হয়।

ভোজন বিলাস বিদূষকৰ চৰিত্ৰৰ এটা প্ৰধান অঙ্গ। মৃচ্ছকটিকত বিদূষক মৈত্ৰেয়ক চাৰু দত্তই বসন্ত সেনাৰ ওচৰলৈ ৰত্নাৱলী ধাৰ দিবলৈ পঠোৱাত ঘূৰি আহি নিজে নিজে দুখ কৰি কৈছে, বোলে আৰ্য্য মৈত্ৰেয়। বিশ্ৰাম কৰা, এটোপা পানীকে খাই যোৱা—এনেদৰেও নকলে—"ন তত্র অহংউনিদোঅজজ মিতে অ। বিসমী অহু। "গল্লকেন পানী অং পিবি অ গচ্ছী অহুতি।" শকুন্তলাত ৰজা দুষ্যন্তই বিদূষকক কলে—জিৰণিৰ সময়ত তুমি মোক আন এটা কামত সহায় কৰিব লাগিব। বিদূষকে তপৰাই কলে—"কিং মোদ অ লৰ্জ্জআত্ৰ"—মিঠাই লোৱাত জানো? মালবিকাগ্নিমিত্ৰৰ সুচতুৰ বিদূষক গৌতমো এই স্বভাৱৰপৰা মুক্ত নাছিল। সঙ্গীতাচাৰ্য্য গণদাস আৰু হৰদত্তৰ শ্ৰেষ্ঠত্ব লৈ কাজিয়া লগাত পৰীক্ষা লোৱা হল। গণদাসৰ ছাত্ৰী মালবিকাৰ সঙ্গীত নৈপুণ্য পৰীক্ষাৰ পিছতে বৈতালিকসকলৰ মধ্যাহ্ন সঙ্গীত শুনি বিদূষকে কলে—দুপৰীয়া খাবৰ সময় হল, চিকিৎসকৰ মতে ঠিক সময়ত নাখালে অপকাৰ হয়। স্বপ্ন বাসৱদত্তাত বিদূষকৰ খাবলৈ পাই কি যে আনন্দ! প্ৰকৃতি মধুৰ সুকোমল লাৰু আদি মিঠাই খাই খাই উত্তৰ কুৰুত বাস কৰাৰ দৰে পাইছিল। পাক দি মৰ্ত্তৰ সুভগাৰাণি মোদম খজিজ আনি খঞ্জিআত্তিত্তিং—কিন্তু বেচেৰাৰ দুখ বা খাদ্য পৰিপাক হোৱা নাই; সেয়ে কৈছে খাওঁতে খাওঁতে পেটটোৱে কুলিয়ে চকু পকোৱাৰ দৰে পকাইছে, "অধন্নস্সায় কোইলানং অক্কুণি পৰিবট্টো সংযুক্তো।" বাসৱদত্তাক ইমান দিনলৈ বেচি প্ৰিয় লাগিছিল এই কাৰণেই যে তেওঁ ৰসাল ভোজন যতনাই বাট চাই আছিল। সি নিদ্ধেন ভোজনেন মাং পাছুগচ্ছাই। বিক্ৰোমোৰ্ব্বশীত ৰাণীয়ে চন্দ্ৰকমিক গন্ধ পুষ্পাদিৰে অৰ্চ্চনা কৰি মিঠাইৰ থালখন বিদূষকলৈ আগুৱাই দিয়াত আনন্দেৰে আশীৰ্ব্বাদ বৰ্ষণ কৰিছিল। চিত্ৰলেখাই ৰজাক খাটিছে—মোৰ সখী উৰ্ব্বশীয়ে মই নথকা সময়খিনিত স্বৰ্গৰ কথা মনলৈ নানে, তেনেদৰে সুখত ৰাখিব। বিদূষকে প্ৰবোধ দিছে—স্বৰ্গতনো আৰু কি সুখ আছে? তাত খাবলৈ পিবলৈতো একো নাই। ৰজাক উঠি অহা জোনবাইটো দেখুৱাই তাক ভঙা মিঠাইৰ লাৰুটোৰ বুলি কৈও বেচ থকুৱাৰ চিন দেখুৱাইছে। উৰ্ব্বশীয়ে লিখা প্ৰণয়পত্ৰখনকে সান্ত্বনাৰ স্থল বুলি ৰজাই সামৰি লোৱাত বিদূষকে কৈছিল—মোৰ ভোকৰ সময়ত স্বস্তি কৰণৰ আগন্তুক যেনেকুৱা তোমাৰ এই সান্ত্বনাও তেনেকুৱা। প্ৰণয়লিপিৰ

ভূৰ্জপত্ৰখন ৰাণীয়ে পাই ৰজাৰ ওপৰত খং কৰাত ৰজাক বচাবলৈ বিদূষকে ৰাণীক কৈছে—এওঁক খাবলৈ দি পিণ্ড ঠাণ্ডা কৰক। খাবলৈ পালে পিশাচো শান্ত হয়। ৰাণীয়ে ৰজাৰ ওপৰত খং কৰি গুচি যোৱাত ৰজা বিমৰ্ষ হৈ বল। বিদূষকে কলে—ভোকত বামুন মৰে, তাৰে আগে ব্যৱস্থা কৰা।

ভয়ও বিদূষকৰ স্বভাবৰ ভিতৰত। দুষ্যন্তই শকুন্তলাৰ ৰূপ-লাৱণ্যৰ বিষয়ে বিদূষকৰ আগও কৈ থাকোতেই দুজন ঋষিকুমাৰ আহি পালে আৰু কণ্বৰ অনুপস্থিতিত ৰাক্ষসসকলে যজ্ঞৰ বিঘিনি ঘটোৱাত তাৰ নিবাৰণৰ কাৰণে সেইদিনমান আশ্ৰমত থাকিবলৈ ৰজাক অনুৰোধ কৰিলে। ৰজাই সম্মতি জনাই তেওঁলোকক বিদায় দি বিদূষকক সুধিলে মাধব্য শকুন্তলাক চাবলৈ তোমাৰ কৌতূহল আছেনে? বিদূষকে উত্তৰ দিলে—প্ৰথমতে বৰ আগ্ৰহেই আছিল। ৰাক্ষসৰ নাম শুনি এতিয়া হলে এধানো নাই। ৰজা নিজে লগত থাকিব বুলি সাহ দিয়াতো বিদূষক সম্মত নহল। স্বপ্নবাসৱদত্তাত বিদূষক বসন্তৰ সৈতে ৰজা সমুদ্ৰ গৃহলৈ গল নব-পৰিণীতা ৰাণীৰ খবৰ লবলৈ। বিদূষক আগে আগে গৈছে। দুৱাৰ মুখত ফুলৰ মালা এধাৰ মাটিত পৰি বতাহত লৰি আছিল। ক্ষীণ দীপালোকত তাকে দেখি বিদূষকে ভয়তে চিঞৰি উঠিল—মহাৰাজ আগুৱাই নাহিব—সাপ এটা মাটিত বগাবলৈ ধৰিছে। "এসো খু বসুধাতলে পৰিবতমানো অ অং কাকোদৰো"—ৰজাই চাই দেখে যে সাপ নহয় মালাহে। বিক্ৰমোৰ্ব্বশীত ৰজাৰ উদ্দেশ্যে উৰ্ব্বশীয়ে ভূৰ্জপত্ৰ এখনত ৰজাৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰি লিখি ৰজাৰ আগত পেলাই দিলে। সেইখন সাপৰ কলপ বুলি ভাবি বিদূষকে চক খাই উঠিছিল।

মৃচ্ছকটিকত বসন্তসেনাই আগবঢ়াই থৈ আহিবলৈ বিদূষকক কোৱাত তেওঁ যাবলৈ ভয় কৰি কৈছিল জাইং চাইং জানোইং চতুষ্পহী বনীদো উবহাৰো কুক্কুৰোইং বি অ খজ্জমানো বিপজ্জিস্স্। বাটত এওঁক লৈ যাওঁতে খোৱা বস্তু আগত পোৱা কুকুৰৰ দৰে কোনোবাই মোক বিপদত পেলাব। গতিকে তুমিয়ে যোৱা।

অসাৱধানতাও বিদূষকৰ চৰিত্ৰৰ এটা অঙ্গ। প্ৰিয়দৰ্শিকা নাটিকাত বাসৱদত্তাৰ ভাৱ লৈ আৰণ্যকাই অভিনয় কৰিছিল। ৰজাই মনোৰমাৰ পৰামৰ্শমতে মনোৰমা বুলি ৰাণীৰ চকুত ধুলি দি ৰজাৰ ভাৱত নিজে অভিনয় কৰি বহু আকাঙ্ক্ষিত আৰণ্যকাৰ পৰশ অনুভৱ কৰিছিল। অভিনয় চাই থকা বাসৱদত্তাই এই অলীক ঘটনা চাই থাকিব নোৱাৰি ওলাই গল। গৈ দেখা পালে চিত্ৰশালাৰ দুৱাৰমুখত

বিদূষক শুই আছে। মাতলিত উত্তৰ দিলে, মহাৰাজে অভিনয় শেষ কৰি আহিল জানো? এই অসাৱধানতাৰ ফলতে ৰজাও ধৰা পৰিল। চক্ৰান্তৰ মূল বিদূষক বুলি বন্দী হল আৰু লগতে বেচেৰী আৱণ্যকা বন্দীশালত থকিব লগা হল। আৰু ৰজা ৰাণীৰো মনান্তৰ ঘটিল।

বিক্ৰমোৰ্ব্বশীত ৰজাৰ পৰা উৰ্ব্বশীয়ে লিখা ভুৰ্জ্জপত্ৰখন নিবলৈ ৰজাই বিদূষকক কলে। বিদূষকে চালে যে তেওঁৰ হাতত সেইখন নাই। বেচেৰাই উৰ্ব্বশীৰ পিনে ভেবা লাগি চাই থাকোতে কেতিয়াবা হাতৰ পৰা পৰি গৈছে। এই অসাৱধানতাৰ ফলত ৰাণীয়ে উৰি যোৱা সেই ভুৰ্জ্জপত্ৰখন পালে আৰু ৰজাৰ ওপৰত খঙতে অধীৰ হল।

মৃচ্ছকটিকত বিদূষকে চোৰ শৰ্বিলকৰ পানীত ভিজা হাতখন চেঁচা পাইত চাৰু দত্তৰ হাত বুলি ভুল কৰি টোপনিতে বসন্তসেনাৰ গচ্ছিত হাৰডাল চোৰৰ হাতত দি হেৰুৱালে। পিছত আকৌ বসন্তসেনাই চাৰুদত্তলৈ দি পঠোৱা অলংকাৰৰ টোপোলাটো বসন্তসেনাক ঘূৰাই দিবলৈ চাৰু দত্তই বিদূষকক পঠালে। ইপিনে বসন্তসেনাক হত্যা কৰা বুলি চাৰু দত্তৰ ওপৰত বিচাৰ আৰম্ভ হৈছে বিচাৰালয়ত। বিদূষকে খবৰ কৰি যাবৰ মনেৰে বিচাৰালয়ত সোমাল। শকাৰে চাৰু দত্তক হত্যাকাৰী বোলাত খঙতে বিদূষকে শকাৰৰ পিনে চোচা ললে লাখুটিডাল লৈ। দৰ্শকসকলে একত্ৰাৱলৈ টনা আজোৰা কৰোতে কাপোৰৰ তলৰ পৰা অলংকাৰৰ টোপোলাটো ওলাই পৰিল। অলংকাৰবোৰ দেখি চাৰু দত্তই অলংকাৰৰ লোভত বসন্তসেনাক হত্যা কৰা বুলি প্ৰমাণ হল।

———

# সংস্কৃত গল্পকাৰ দণ্ডী

সংস্কৃত সাহিত্যৰ ভৰাললৈ গদ্যকাব্যৰ অৱদান আগবঢ়াই নিপুণ কথাকাৰ আচাৰ্য্য দণ্ডীয়ে গদ্য সাহিত্যক চহকী কৰি তোলে। এওঁৰ আৱিৰ্ভাৱকাল আনুমানিক ষষ্ঠ শতাব্দী। সুবন্ধুৰ বাসৱ দত্তা, বাণভট্টৰ হৰ্ষচৰিত আৰু কাদম্বৰীও সংস্কৃত গদ্যকাব্যৰ ভাণ্ডাৰ সমৃদ্ধ কৰিছে যদিও এওঁলোকতকৈ দণ্ডীৰ ভাষা সহজ-বোধ্য। সংস্কৃত নাটকসমূহৰ ভিতৰত মৃচ্ছকটিকাৰ স্থান যেনে উচ্চ, গদ্যকাব্যৰ ভিতৰতো আচাৰ্য্য দণ্ডীৰ প্ৰতিভা কেৱল গদ্যকাব্য বা গল্প লিখক হিচাপেই সীমাবদ্ধ নহয়। তেওঁৰ ৰচিত কাব্যাদৰ্শ নামে অলংকাৰ গ্ৰন্থ খনিয়েও তেওঁৰ আলঙ্কাৰিকি প্ৰতিভাৰ পৰিচয় দাঙি ধৰিছে।

পৰবৰ্তী গদ্যকাৰ বিষ্ণু শৰ্মা প্ৰণীত পঞ্চতন্ত্ৰ, বল্লাল সেনৰ ভোজ প্ৰবন্ধ আদি বহু গল্প সাহিত্য সম্ভাৰে সংস্কৃত সাহিত্যৰ ভাণ্ডাৰ সমৃদ্ধ কৰি তুলিছে যদিও সিবিলাকৰ ভাষা সহজ আৰু বৰ্ণনাও সহজ। ই বিলাক গদ্যকাব্য নহয় বৰং চম্পুগ্ৰন্থ নামে অভিহিত কৰিব পাৰি।

দ্বাত্ৰিংশং পুত্তলিকা দ্বাত্ৰিংশ সিংহাসন আদিও একে শ্ৰেণীৰ গ্ৰন্থ। দুৰ্বুদ্ধি পুত্ৰ তিনিজনক গল্পৰ চলেৰে সকলো শাস্ত্ৰৰ জ্ঞান দিবলৈ পঞ্চতন্ত্ৰ ৰচনা কৰিছিল বিষ্ণু শৰ্মাই। ৰজাৰ অনুৰোধ এৰাব নোৱাৰি বিষ্ণু শৰ্মাই ৰজাক কৈছিল "চয়োশ্ৰূয়তাং মে তথ্য বচ্চনয়্। ন হং শাসন শতেনাপি বিদ্যা বিক্ৰয়ং কৰোমি। পুনৰে তাৱগুৰ পুত্ৰান্ মাস ষট্কেন যদি নীতিজ্ঞান্ ন কৰোমি ততঃ স্বনাম ত্যাগং কৰোমি। কিং বহনা শ্ৰূয়তাং ম'মৈষ সিংহনাদ ত্বং প্ৰাৰ্থনা সিদ্ধাৰ্থং সৰস্বতী বিলোকং কৰিষ্যামি। তল্লিখ্যতামক্য তনো দিবসঃ—যদ্যহং তব পুত্ৰান্নয়শাস্ত্ৰং প্ৰত্যনন্য সদৃশান কৰোমি ততো নাইতি দেবো দেবমাৰ্গং সন্দৰ্শায়িতুম।" মহাৰাজ মোৰ এই সিংহনাদ শুনক। আজিৰ দিন লিখি ৰাখক আৰু আজিৰ পৰা ছমাহৰ ভিতৰত মই যদি ইহঁতক সাধাৰণ নীতি শাস্ত্ৰজ্ঞ কৰিব নোৱাৰো তেন্তে দেৱতাইও দেবমাৰ্গ পোৱাব নোৱাৰে। এই ভীষ্ম প্ৰতিজ্ঞা আগত ৰাখি নিজৰ সিংহনাদ সাৰ্থকতা কৰিবলৈ বিষ্ণু শৰ্মাই মিত্ৰভেদ আদি পাচখন গল্প গ্ৰন্থ ৰচনা কৰি ৰাজকুমাৰ সকলক পঢ়ুৱাই নীতিশাস্ত্ৰত অসাধাৰণ নিপুণ কৰি তুলিলে। গতিকে সাধাৰণ ছাত্ৰক গল্পৰ চলেৰে নীতিশাস্ত্ৰৰ শিক্ষা দিবলৈ পঞ্চতন্ত্ৰ ৰচিত হৈছিল।

আচাৰ্য্য দণ্ডীৰ গল্পসমূহ পঞ্চতন্ত্ৰৰ গল্পৰ দৰে শ্ৰুতমাত্ৰ সহজবোধ্য নহয়। ই এক উন্নত ধৰণৰ গদ্যকাব্য। উচ্চাঙ্গৰ কাব্যৰ লক্ষণসমূহ ই পূৰ্ণৰূপে বহন কৰিছে, অলংকাৰ আদিৰ প্ৰয়োগ আৰু ব্যঞ্জনাপূৰ্ণ ভাষাৰ ব্যৱহাৰেৰে। দশকুমাৰ চৰিতৰ উপৰিও অৱন্তীসুন্দৰী কথা গদ্যকাব্যই কবিৰ নাম আৰু প্ৰতিভাক অমৰ কৰি ৰাখিছে। সংস্কৃত নাটক মালতী মাধৱৰ ঘটনা যেনেকুৱা জটিল, তেনেদৰে দণ্ডীৰ অৱন্তীসুন্দৰী কথাৰ বিষয়বস্তুও জটিল। এটা গল্পৰ ভিতৰত সংশ্লিষ্ট ঘটনাৱলী ইমান বেছি যে অল্প অন্যমনস্ক হলেই আগৰ বিষয়টো একেবাৰে পাহৰি যাব লাগে।

বামন অৱতাৰ ধাৰী ভগবানৰ পদত্ৰয়ৰ বৰ্ণনাৰে মঙ্গলাচৰণ কৰি দণ্ডীয়ে অমৰ গদ্যকাব্য দশকুমাৰ চৰিত আৰম্ভ কৰিছে।

ব্ৰহ্মাণ্ডচ্ছত্ৰ দণ্ডঃ শতধৃতি ভৱনাম্ভোৰু হো লালদণ্ড
নৌকূপদণ্ডঃ ক্ষৰমেৰ চৰিং পণ্ডিকাকেতু দণ্ড
জ্যোতিশ্চক্ৰাস্ব দণ্ডস্ত্ৰিভূবন বিজয় দস্ত দতোহংঘ্ৰি দণ্ড
শ্ৰেয় স্ত্ৰৈবিক্ৰমস্তে বিতঞ্চু বিবুধ দ্বোষিনাং কালদণ্ড।

বলিৰ পৰা তিনিপদ ভূমি দানৰ প্ৰতিশ্ৰুতি পাই বামনদেৱে যি প্ৰথম চৰণ ওপৰৰ পিনে তুলি দিয়াত ব্ৰহ্মাণ্ডৰ ওপৰত ধৰা চাটিৰ দৰে হৈছিল। তাৰ দ্বন্দ স্বৰূপ সেই পদদণ্ডই যি চৰণ দণ্ড পদুমৰ নীল দণ্ডৰ দৰে পৃথিৱীৰূপী নৌকাৰ পাল উৰাই দিয়া দণ্ডৰ দৰে আকাশৰ পৰা পৃথিৱীলৈ বৈ অহা আকাশী গঙ্গাৰূপী ধ্বজাৰ বাঁহৰ দণ্ডৰ দৰে তৰা সকলৰ যেন অক্ষদণ্ডহে ভগৱানৰ। ত্ৰৈলোক্য বিজয়সূচক স্তম্ভ আৰু যি পদদণ্ড দেৱ-দেৱীসকলৰ পক্ষে সাক্ষাৎ কালদণ্ড এনেকুৱা ভগৱানৰ চৰণ দণ্ডই তোমালোকক ৰক্ষা কৰক।

মঙ্গলাচৰণ শ্লোকটিত আঠবাৰ দণ্ড শব্দ প্ৰয়োগ কৰি আলঙ্কাৰিক আচাৰ্য্যই উপমা অলঙ্কাৰেৰে গ্ৰন্থৰ আৰম্ভ কৰিছে। দণ্ডীৰ ভাষা মধুৰ আৰু সহজবোধ্য হলেও ঠায়ে ঠায়ে সমাস বাহুল্যই সাধাৰণ সংস্কৃতজ্ঞ পাঠকৰ মনত ভীতি উৎপাদন কৰে। আৰম্ভণিৰ বাক্যটোলৈ চালে বুজিব পৰা যায়। যেনে—"অস্তি সমস্ত নগৰী নিকৰাদমালা শ্বদগণ্য পণ্য বিস্তাৰিত মনিগণাদি বস্তুজাত ব্যাখ্যাত ৰত্নাকৰ মাহাত্ম্য মগধদেশে শেখৰীভূতা পুষ্পপুৰী নাম নগৰী"....পুষ্পপুৰী নামে এখন নগৰ আছে। বাকীখিনি নগৰৰ বিশেষণ। যেনে—বিশ্বৰ সকলো নগৰৰ মহাত্মাদি গুণৰ প্ৰমাণ কৰিবলৈ কষ্টিক পাথৰৰ দৰে অসংখ্য দোকানত পৰি থকা মণি আদিৰে যেন

সমুদ্রৰ দৰে ৰত্ন ভাণ্ডাৰহে এই কথা বাৰে বাৰে সোঁৱৰাই দিব পৰা মগধদেশৰ স্নায়ুকেন্দ্র পুষ্পবতী নামেৰে নগৰী আছে।

তাৰ পাছৰ বাক্যটোলৈ চাওক। প্রকৃত বাক্য হল তাত ৰাজহংস নামে ৰজা আছিল। তত্র ৰাজহংসো নাম ভূপেন বভূব। ৰজাৰ বিশেষণ হল তত্র বীৰভট্ট পটলোত্তৰঙ্গতুৰঙ্গ কুঞ্জৰ মকৰ ভীষণসকল ৰিপুগণ কটক জলানিধিমথন মন্দৰায়মান সমুদ্ধণ্ড, ভুজদণ্ড, পুৰন্দৰ পুৰাঙ্গনবন বিহৰণ পৰায়ণ তৰুণ গণিকাগণ জেগীয় মানয়াতিমানয়া শৰাদি মুকুন্দ ঘনসাৰ নীহাৰঃহাৰ মৃণাল মৰাল সুৰ গজ নীৰক্ষীৰ গিৰিশাট্টা কীৰ্ত্তাহভিতঃ সুৰভিতঃ স্বাল্লকে শিখৰো ৰুচিৰ ৰত্ন ৰত্নাকৰ বেলা মেখলায়িত ধৰণী ৰমণী সৌভাগ্য ভোগ ভোগ্যবান। অনবৰত যাগ দক্ষিণা ৰক্ষিত শিষ্ট বনিষ্ঠ বিস্থা সম্ভাৰ ভাস্থৰ হংস, ৰাজহংসো নাম ৰত্নদৰ্প কন্দৰ্প সৌন্দৰ্য্য সৌন্দৰ্য্যহৃস্থ নিৰৱস্থ ৰূপো ভূপো বভূব।

যাৰ বিশাল ভূজদণ্ড বীৰ যোদ্ধা শত্রুসকলৰ চঞ্চল ঘোঁৰা আৰু উন্নত হাতী ৰূপী মকৰৰ দ্বাৰা ভয়ঙ্কৰ সেনাসমূহক মন্থন কৰিবলৈ যেন মন্দৰ পৰ্বতহে। শৰতৰ চন্দ্র, মাঘমাহত ফুলী ফুল, কৰ্পূৰ····মুক্তাৰ মালা মৃণাল, ঐৰাৱত, হাতী জল, পাথীৰ শিৱৰ অট্টহাহি, কৈলাশ পৰ্বত কহুৱা ফুলৰ দৰে স্বচ্ছ তেনেকৈ দিশবোৰৰ অন্তপল পূৰণ কৰা আৰু অতি বিশাল কীৰ্ত্তিৰ ইন্দ্রপুৰী অমৰাৱতীৰ যুৱতী অপ্সৰা-সকলৰ গাই থকা গান আৰু তাৰ সৌৰভ চাৰিওফালে বিয়পি পৰা সুমেৰুৰ টিঙৰ দৰে বিশাল আৰু ৰমণীয় ৰত্নৰাজিযুক্ত ৰত্নাকৰৰ গাৰৰূপী কৰধণীৰে বেষ্টিত পৃথিৱীৰূপী ৰমণীৰ সৌভাগ্য ভোগ কৰি ভাগ্যবান সদায় কৰি থকা যজ্ঞৰ দক্ষিণাৰ দ্বাৰা আচাৰশীল মহৎ আৰু বিদ্বান ব্রাহ্মণসকলক ৰক্ষাকৰ্তা—শত্রুসকলক সন্তাপ দিয়া প্রতাপেৰে দুপৰীয়াৰ সূৰ্য্যৰ দৰে যাৰ ৰূপ সৌন্দৰ্য্যচ্ছটা কামদেৱৰ দৰে মনোহৰ আৰু নিৰ্দ্দোষ এনেকুৱা ৰজা আছিল।

সেই ৰাজহংসৰ মহিষী বসুমতীৰ ৰূপ দণ্ডীৰ এক অপূৰ্ব সৃষ্টি। যি সময়ত ত্রিনেত্র ৰুদ্রদেৱে তেওঁৰ কপালৰ ৰোষাৰুণ দৃষ্টিৰ অগ্নিৰে কামদেৱক ভস্ম কৰি পেলালে তেতিয়া কামদেৱৰ সকলো সৈন্য ভয়তে আতুৰ হ'ল আৰু বসুমতীক নিৰ্দোষ দেখি নিজৰ নিজৰ স্বৰূপ অনুসৰি তেওঁৰ ভিন ভিন অঙ্গত আশ্রয় ললে। তাৰ পিছত ভোমোৰাৰ শ্রেণীয়ে তেওঁৰ কেশত, প্রেমৰ সাগৰ চন্দ্রই পদুম বিনন্দিত মুখত, জয়ধ্বজা চিহ্নিত মৎস্যই চকুজুৰিত কামদেৱৰ সৈনিক প্রধান মলয় অনিলে মধবায়ুত পাঠকৰ মন দলন কৰাত তৰোৱালৰ দৰে নৱপল্লৱ ওঠৰ ৰঙত বিজয়

শৰ্মাই লাৱণ্যযুক্ত মনোহৰ গলত, দুই পূৰ্ণ কুম্ভ চক্ৰবাকে পয়োধৰ যুগলত অতি কোমল কামদেৱৰ ধনুৰ গুণ, মৃণাল যুগলে দুই বাহুতে আশ্ৰয় ললে। আধাফুটা ৰঙা পদুমে কৰ্ণভূষণ, গঙ্গাৰ আৱৰ্তনৰ দৰে দনাভিঃ যোগীসকলৰ ব্ৰহ্মানন্দ প্ৰাপ্তিৰ অভিলাসকো দূৰ কৰিব পৰা কামদেৱৰ বিজয়ী ৰথৰ দৰে বিশাল জঘন প্ৰদেশ অতি সুন্দৰ আৰু যোগীসকলৰ যোগাভ্যাসত বিঘ্ন উৎপাদনকাৰী কামদেৱৰ জয়স্তম্ভ ৰামকলৰ দৰে উৰু ছত্ৰৰূপী সহস্ৰ দল পদ্ম দুখনি ভৰি আৰু আন আন অস্ত্ৰ স্বৰূপ অৰবিন্দ আদি পুষ্পৰ দ্বাৰা সেই মহিষীৰ উদৰ আদি অঙ্গ আদি নিৰ্মিত হৈছিল। এনেকুৱা চিত্তাকৰ্ষক আৰু গভীৰ ভাব ৰখা অৰ্থপূৰ্ণ অনুপম সৌন্দৰ্য্য-সম্ভাৰ দণ্ডীয়ে পাঠকৰ আগত ধৰিছে।

ৰাজহংস পত্নী বসুমতীয়ে সপোনত এজন ব্ৰাহ্মণৰ পৰা এটা ফল পালে। সেই ফলৰ প্ৰভাৱত ৰাণীয়ে গৰ্ভধাৰণ কৰিলে। যথা কালত সীমন্তোন্নয়ন কৰ্ম আৰম্ভ কৰা হ'ল। কিন্তু মালয়ৰাজে মগধৰাজ্য আক্ৰমণ কৰাত যুদ্ধত মূৰ্চ্ছিত ৰজাক ৰথৰ ঘোঁৰাই টানি নি গভীৰ বনৰ মাজ পোৱালেগৈ—ৰাণীয়ে আত্মহত্যা কৰিবলৈ কৃতসংকল্প হ'ল ৰজাক নেপাই। এনে সময়তে ৰজাৰ দ্বাৰা ৰাণীৰ উদ্ধাৰ—মন্ত্ৰীসকলেৰে সৈতে বামদেৱ ঋষিৰ আশ্ৰমত বাস—তাতে ৰাণীৰ ৰাজ চক্ৰবৰ্তী লক্ষণযুক্ত কুমাৰ ৰাজবাহনক প্ৰসৱ—সোম দত্ত পুষ্পোদ্ভৱ, অপহাৰ বাৰ্মা, উপহাৰ বাৰ্মা, অৰ্থপল প্ৰমতি মিত্ৰগুপ্ত মন্ত্ৰগুপ্ত বিশ্ৰুত এই নজন ৰজাৰ বন্ধু আৰু অমাত্য কুমাৰৰ আশ্ৰয় লাভ আৰু এই কুমাৰসকলে যৌৱন পোৱাত দিগ্বিজয়ৰ কাৰণে যাত্ৰাৰে গল্পৰ কথা আৰম্ভ কৰা হৈছে। এই দহোজন কুমাৰে বিদেশ ভ্ৰমণৰ সময়ত দেখুৱা অপূৰ্ব বীৰত্ব, প্ৰেম, কৌশল নানা ঠাইৰ অভিজ্ঞতা আহৰণ আদিৰ বৰ্ণনাই দশকুমাৰ চৰিতৰ গল্পসমূহৰ বিষয়বস্তু। চুৰি, জুৱা, পাশাখেলা, পৰস্ত্ৰী হৰণ, লোমহৰ্ষক হত্যাকাণ্ড, অদ্ভুত আৰু দুঃসাহসিক কাৰ্য্যকলাপ কৰিয়ে নিপুণ হাতেৰে ৰূপায়িত কৰি তুলিছে। ৰাজনীতি, ব্যৱহাৰিক জ্ঞানেৰে দণ্ডীৰ ৰচনা ভৰপূৰ। শৃঙ্গাৰ ৰস, কামকলা আদিৰ প্ৰাণস্পৰ্শী বৰ্ণনাই পাঠকৰ মনত আনন্দৰ শিহৰণ জগাই তোলে। এনে বৰ্ণনাত অশ্লীলতা প্ৰকাশ পাইছে যদিও সিও কাব্যাঙ্গ বুলি সমাদৃতহে হৈছে। ইয়াত অদ্ভুত ৰসেও প্ৰাধান্য পাইছে।

বন্ধুসকলৰ সৈতে পৰ্বতৰ একাংশত এক কদাকাৰ ব্ৰাহ্মণৰ দৰ্শন আৰু তেওঁৰ অনুৰোধত ৰাজবাহনে বন্ধুসকলক টোপনিত এৰি পাতাললৈ গৈ সেই ব্ৰাহ্মণৰ অগ্নিকুণ্ডত প্ৰৱেশ কৰি দিব্যৰূপ লাভ কৰিছে আৰু দানৱৰাজ নমুচিৰ অনিন্দ্য-

সুন্দৰী কন্যা কমলাবতীৰ লগত বিবাহ কাৰ্য্যত সহায় কৰি কুমাৰে পৰোপকাৰৰ উজ্জ্বল চানেকি দেখুৱাইছে। ৰাতিপুৱা সাৰ পাই বন্ধুসকলে কুমাৰক নাপাই দেশ-বিদেশে তেওঁক বিচাৰি ওলাল। ইপিনে কমলাবতীৰ পৰা এটা মণি পাই ৰাজবাহনে ঘূৰি আহি বন্ধুসকলক নাপাই নিজেও তেওঁলোকক বিচাৰি ওলাই নানা ঠাই ঘূৰি ঘূৰি উজ্জয়িনীত উপস্থিত হয় আৰু তাতে পুষ্পোদ্ভৱক লগ পালে।

পুষ্পোদ্ভৱৰ চৰিত্ৰও দণ্ডীয়ে নিপুণতাৰে বৰ্ণনা কৰিছে। গিৰিশৃঙ্গৰ পৰা পৰি প্ৰাণত্যাগ কৰিবলৈ ধৰা ৰত্নোদ্ভৱক মাটিত পৰিবলৈ নিদি ওপৰতে ধৰি ৰক্ষা কৰা, অগ্নি প্ৰবেশকাৰিণী সুবৃত্তাক জুইৰ মাজৰ পৰা ৰক্ষা কৰি ৰত্নোদ্ভৱৰ লগত মিলন কৰাই দিয়া আদি কাহিনীত পুষ্পোদ্ভৱৰ বীৰত্ব, দুঃসাহস আৰু পৰোপকাৰৰ নিদৰ্শন ফুটি ওলাইছে। দুঃসাহসিকতাৰ বৰ্ণনা দণ্ডীৰ গদ্য কাব্যত সুন্দৰভাৱে দিয়া হৈছে। সেই সময়ত বেহা-বেপাৰ কৰিবলৈ নাৱেৰে ভ্ৰমণ অথবা বিপদ-সঙ্কুল বনৰ মাজে মাজে ভ্ৰমণ কৰা বৰ্ণনাও তেওঁ সুন্দৰভাৱে দিছে। বিপদসঙ্কুল বনৰ মাজেৰে গৈ সুবৃত্তাৰ ধাত্ৰীয়ে কেঁচুৱা সুবৃত্তাক লৈ হিংস্ৰ জন্তুৰ হাতৰপৰা নিজকে ৰক্ষা কৰি ভ্ৰমণ কৰা কথাই তিৰোতাৰ দুঃসাহসিকতাৰো উদাহৰণ দাঙি ধৰিছে।

সোম দত্তৰ কাৰাবাস তাত থকা বন্দীসকলক গোপনে মুক্ত কৰি দুৱৰী আৰু পহৰাদাৰ সকলৰ হাত এৰাই মান পালৰ শিবিৰৰ ভিতৰত প্ৰবেশ। মানপালৰ সৈন্য-সামন্তলৈ মত্তকালক পৰাজয় আৰু বধ কৰি শত্ৰুৰাজ্য মানপালক দিয়াত প্ৰীত হৈ নিজ কন্যাক বিবাহ দি যুৱৰাজ পতা আৰু সোম দত্তই মহাকালী মন্দিৰলৈ আহোতে ৰাজবাহনক হঠাতে লগ পোৱা কাহিনী পঢ়োতে সকলো চকুৰ আগতে ঘটি থকা যেন লাগে—কবিৰ অনুপম বৰ্ণনা শক্তিৰ বলত।

দণ্ডীয়ে ঔৎসুক্য ৰক্ষা কৰি কাহিনী বৰ্ণাই যাব পৰা ক্ষমতাৰ বলতে তেওঁৰ কাহিনীসমূহ অত্যন্ত মনোৰঞ্জক হৈ পৰিছে। শ্বাসৰুদ্ধ কৌতূহলৰ মাজত পাঠকক সম্মোহিত কৰি কাহিনীৰ আত ধৰি যোৱা প্ৰায়বোৰ কাহিনীতে দেখিবলৈ পোৱা যায়। অঞ্জন প্ৰভাৱত পুষ্পোদ্ভৱৰ ভূমি প্ৰোথিত ধন বোজাই দি লৈ অহা শুনিলে সেই সময়ত গো-যানৰ প্ৰচলনৰ কথা বুজিব পাৰি। বালচন্দ্ৰিকাৰ প্ৰেমভৰা কটাক্ষ আৰু আত্মনিবেদনত পুষ্পোদ্ভৱে তেওঁৰ প্ৰেমাসক্তা যুৱতীক পৰস্ত্ৰী লোলুপ শক্তিশালী দাৰু বৰ্মাৰ লোলুপ দৃষ্টিৰ পৰা ৰক্ষা কৰিবলৈ নিজে অভিসাৰিকাৰ বেশেৰে সাজি দাৰু বৰ্মাক ছলেৰে হত্যা কৰি বালচন্দ্ৰিকাৰ পাণি গ্ৰহণৰ অপূৰ্ব কৌশল কাহিনী আচাৰ্য্য দণ্ডীয়ে অতি নিপুণভাৱে বৰ্ণনা কৰিছে।

প্ৰেম, সৌন্দৰ্য্য আদি বৰ্ণনাতো দণ্ডীৰ কুশলতা ফুটি ওলাইছে। বসন্তকালৰ প্ৰাণোন্মাদক আৰু বিৰহীজনৰ চিত্তপ্ৰমাথী বিশদবৰ্ণনাৰ মাজেৰে মহাৰাজ মানসাচৰ কন্যা অসামান্যা ৰূপহী অৱন্তী সুন্দৰীৰ কামদেৱৰ পূজাৰ সময়ত ৰাজবাহনৰ প্ৰথম দৰ্শন অৱতাৰণা কৰি কৰিয়ে প্ৰেম আৰু সৌন্দৰ্য্যানুভূতিৰ বৰ্ণনা দাঙি ধৰিছে। প্ৰথম দৰ্শনতে ইজনে সিজনৰ প্ৰতি আসক্তি প্ৰেমিক প্ৰেমিকাহালৰ সুঠাম নিখুত ৰূপ বৰ্ণনাই কবিৰ অসাধাৰণ সৌন্দৰ্য্যবোধৰ আৰু সৌন্দৰ্য্য সৃষ্টিৰ নৈপুণ্য প্ৰকাশ কৰিছে। বালচন্দ্ৰিকাৰ পৰামৰ্শমতে অৱন্তী সুন্দৰীয়ে ৰজাবাহনৰ পূজা কৰিলে। বালচন্দ্ৰিকাই কুমাৰৰ কাৰণে ৰাজহাহ এটা ধৰিবলৈ গৈ জাতিস্মৰ বসঃ পূৰ্বজন্মৰ কথা মনত পৰি শাম্বই প্ৰিয়াৰ লগত বিহাৰ কৰি যথা সময়ত ৰাজহংসৰ ভৰিত মোলানেৰে বন্ধাত সেই ৰাজহাঁস ৰূপী ব্ৰহ্মচাৰীৰ অভিশাপ প্ৰদান—তাৰ ফলত দুমাহ শৃঙ্খলিত হব লগীয়া কথা সোঁৱৰাই দিয়াত পূৰ্বজন্মত অৱন্তীসুন্দৰী শাম্বৰ পত্নী আৰু সেই শাম্বই এই ৰাজবাহন বুলি জানিব পাৰি দুয়ো মিলনৰ কাৰণে আকুল হৈ উঠিল। দুয়োৰে তন্ময়তা ভাঙিল ৰাণীৰ আগমনত। যাবৰ বেলিকা শূন্য দীন হৃদয়া অৱন্তীসুন্দৰীয়ে ৰাজহাঁহটোক কলে—ৰাজহংস কুলতিলক। বিহাৰ বাঞ্ছয়া মদান্তি কম্যাগতাং ভৱত্তমকান্ত এব বিস্মৃজ্যময়া সমুচিতামিতি জনস্যানুগমনং ক্ৰিয়তে। তদনেন ভৱন্মনোবাসো অন্যথা মাভূৎ।

দুষ্যন্তই লতা বলয়ত প্ৰাণপ্ৰিয়া শকুন্তলাৰ ভোমোৰাই মৌ নুচুহা ফুলৰ দৰে বিম্বাধৰৰ ৰস পান কৰিব খোজোতেই গৌতমী আহি পৰাত দুয়ো বিযুক্ত হৈ পৰি যাবৰ সময়ত লাজকুৰীয়া শকুন্তলাৰ মুখেৰেও অনুৰূপ কথাই ওলাইছিল। লতা বল অ, সন্দাব হাৰ অ, আমণ্ডেহি তুমং ভুবি পৰিভোগা আ। হে সন্তাপ-হাৰক লতাবলয় পৰিভোগৰ কাৰণে তোমাক আকৌ আমন্ত্ৰণ কৰিছো।

কুমাৰ কুমাৰী বিযুক্ত হৈ পৰাত উভয়ৰে অবৰ্ণনীয় বিৰহ জ্বালাত অন্তৰ্দাহ সেই হেতু কমনীয় শৰীৰ কান্তিৰ শোচনীয় গ্লানি আচাৰ্য্য দণ্ডীয়ে প্ৰাণস্পৰ্শী ভাষাৰে করুণ ভাবেৰে বৰ্ণনা কৰিছে। এনেতে বিশ্বেশ্বৰ নামে ঐন্দ্ৰজালিক ব্ৰাহ্মণৰ অদ্ভুত কৌশলপূৰ্ণ ইন্দ্ৰজাল বিদ্যা প্ৰভাৱত ৰজা প্ৰজা সকলোকে সম্মোহিত কৰি অৱন্তীসুন্দৰী আৰু ৰাজবাহনৰ বিবাহক্ৰিয়া সম্পাদন আৰু অন্তপুৰলৈ প্ৰেৰণৰ দৰে লোমহৰ্ষক ঘটনা নিপুণভাৱে বৰ্ণনা কৰিছে। সুদীৰ্ঘ বিৰহৰ অৱসান হল—বহুকামনা আৰু বাসনাৰ ধন অৱন্তীসুন্দৰীৰ লগত ৰাজবাহনৰ বিশ্ৰম্ভালাপ সুৰত সম্ভোগ, তন্ময়াবস্থা বৰ্ণনাই নিৰস পাঠকৰ ধমনীতো প্ৰেম প্ৰবাহ অনুভৱ কৰাই

এৰিব। এনে মধুক্ষণতে হঠাতে ৰাজবাহনৰ ভৰিত শিকলিৰ বান্ধ লাগিল। ৰাজকুমাৰীৰ হিয়াভঙা আৰ্তনাদত সকলোৱে জাগি উঠিল। ৰাজপুত্ৰ বন্দী হ'ল। এমাহ পাছত হাতীৰে গচকাই কুমাৰক হত্যা কৰিবলৈ আদেশ দিয়া হ'ল। চণ্ডপট নামে মদস্ৰাৱী বলিয়া হাতীক এৰি দিয়া হ'ল—হঠাতে আম্বালিকাৰ পাণিগ্ৰহণ কৰিব খোজোতে চণ্ড বৰ্মাৰ হত্যাৰ বাতৰিৰে দৰ্শক জনসমুদ্ৰৰ মাজত চাঞ্চল্যৰ বা-মাৰলী তুলিলে। ৰাজবাহনৰ ভৰিৰ শিকলি সুলকি পৰিল, মাহুতক পেলাই দি হাতী ৰাজহাউলী অভিমুখে চলাই দিলে। কুমাৰে গৈ লগ পালে হত্যাকাৰী তেওঁৰে সহচৰ অপহাৰ বৰ্মাক।

অপহাৰ বৰ্মাৰ চৰিত কামমঞ্জৰী নামে বেশ্যাৰ প্ৰভাৱত মহৰ্ষি মৰিচিৰ অধঃপতনৰ সময়ত বেশ্যাৰ মুখেৰে ওলোৱা নীতিশাস্ত্ৰ আৰু তত্ত্বজ্ঞান শলাগিব-লগীয়া। বেশ্যাৰ মাকৰ কৰ্তব্যৰ ভিতৰেদি বেশ্যাসকলে পাবলগীয়া শিক্ষাৰ যি বিষদ বৰ্ণনা দিয়া হৈছে সি প্ৰাণস্পৰ্শী হৈ উঠিছে। অপহাৰ বৰ্মাৰ জুৱাৰীৰ লগত লগালগি, পঞ্চাশ প্ৰকাৰৰ পূৰ্তকলা শিক্ষা, চৌৰ্য্য বিদ্যাৰ প্ৰৱৰ্তক কৰ্ণীসুত নিৰ্দিষ্ট চুৰি সম্পূৰ্ণ আয়ত্বকৰণ আৰু নিপুণ চোৰৰ কঠোৰ ভাওত অপহাৰ বৰ্মাক দেখিবলৈ পোৱা যায়। চুৰি কৰিবলৈ যাওঁতে লগত লোৱা অস্ত্ৰসমূহ আছিল কৰ্ণীমুখ নামে সিন্ধি খন্দা খন্তা, কাকলী ( কাউৰীৰ ঠোঁটৰ দৰে কটাৰী ) সন্দংশক, পুৰুষ শীৰ্ষক, যুগচুৰ্ণ, যুগবৰ্তিকা ( বিনাজুয়ে জ্বলা চাকি ) মাপসূত্ৰ, দীপভাজন, ভ্ৰমৰ কৰণ্ডক আদি। দগধা চোৰ, অপহাৰ বৰ্মাই কুবেৰদত্ত কন্যাক ধনৰত্ন নামে নিঃস্ব সাউদলৈ বিয়া দিয়াত অৰ্থপতি নামে সাউদৰ সৰ্বস্ব হৰণ কৰি তাক নিঃস্ব কৰিছিল। চাৰ্মৰত্ন তন্ত্ৰিকাৰ প্ৰভাৱত ৰাতিৰ ভিতৰতে সেই চামৰাৰ ভাটিটো ধনেৰে ভৰি থাকে বুলি ৰজাকো বিশ্বাস উৎপাদন কৰাইছিল। ধনলুব্ধা বাৰবণিতা কামমঞ্জৰীয়ে বসুপালিত নামে কদাকাৰ সাউদৰ প্ৰতি কপট প্ৰণয় দেখুৱাই সৰ্বস্ব কাঢ়ি লোৱাত বেচেৰাই বৌদ্ধভিক্ষু হৈ বনৰ মাজত কান্দি থকা অৱস্থাত পাই তাৰ ধন ঘূৰাই দিবলৈ প্ৰতিশ্ৰুতি দিয়ে। কামমঞ্জৰীৰ ভনীয়েক ৰাগমঞ্জৰীয়ে বেশ্যাবৃত্তি নকৰি প্ৰকৃত প্ৰণয়ীৰ প্ৰেমপাশত আবদ্ধ হবলৈ কৰা প্ৰতিজ্ঞাত কামমঞ্জৰীৰ চিত্ত চাঞ্চল্য উপস্থিত হ'ল অপহাৰ বৰ্মাক মদনমঞ্জৰীৰ সুকুমাৰ ৰূপে আকৃষ্ট কৰিলে। ধনৰত্নই চৰ্মৰত্ন ভস্ত্ৰিকাৰ প্ৰদানৰ লোভ দেখুৱাই কামমঞ্জৰীক অপহাৰ বৰ্মালৈ বিয়া দিলে। অসদুপায়ে অৰ্জা ধন থকা ঘৰত চৰ্মৰত্ন ভস্ত্ৰিকা ধনেৰে নভৰে কাৰণে কামমঞ্জৰীয়ে অৰ্থপালিতৰ সকলো ধন ঘূৰাই দিলে।

সিদিনা ৰাতিয়ে ভস্ত্রিকা চুৰি হ'ল। সেই অপৰাধত পূৰ্বে প্ৰেম প্ৰতিদ্বন্দ্বী অৰ্থ পালকক মিছাকৈ অভিযুক্ত কৰাই নিৰ্বাসিত কৰা হ'ল। ৰাগমঞ্জৰীৰ সৈতে মহা আনন্দত দিন কাটি যাবলৈ ধৰিলে। অপহাৰ বৰ্মাই এদিনাখন ৰাগমঞ্জৰীৰ প্ৰণয়কোপ ভঞ্জনৰ কাৰণে তেওঁৰ মুখামৃত বাৰে বাৰে পান কৰি মদোমত্ত হৈ পৰিল আৰু উন্মত্ত অৱস্থাত নিজৰ সকলো চুৰি আদি কাৰ্য্য বলকি বলকি তৰোৱাল লৈ ৰাজপথলৈ ওলাই অহাত প্ৰহৰীসকলৰ হাতত আৱদ্ধ হ'ল। শৃগালিকা নামে ভেটি এজনাক দেখি গোপনে পৰামৰ্শ দিলে। শৃগালিকা ৰাজকুমাৰী অম্বালিকাৰ প্ৰিয় পাত্ৰী হৈ উঠিল। কাৰাৰক্ষী কান্তকৰ অম্বালিকাৰ আসক্তিক আশ্ৰয় কৰি কান্তকৰ কামাগ্নিত ইন্ধন যোগাই ৰাজকুমাৰীক লাভৰ বাবে তাক পাগল কৰি তুলিলে আৰু চোৰৰ দ্বাৰা সিন্ধি খন্দাই অন্তঃপুৰত প্ৰবেশ কৰিবলৈ পৰামৰ্শ দিয়াত কণ্টকে অপহাৰ বৰ্মাক মুক্ত কৰাই সিন্ধি খন্দোৱালে। কাৰ্য্যসিদ্ধি হ'লত অপহাৰ বৰ্মাক বন্দী কৰিবলৈ খোজোঁতেই চতুৰ অপহাৰ বৰ্মাৰ হাতত মৃত্যুবৰণ কৰিলে। অপহাৰ বৰ্মা সিন্ধিৰে সোমাই ৰাজকুমাৰীৰ ৰূপ দেখি মুগ্ধ হৈ পৰিল। নিজৰ ছবি আঁকি আঁকি তাৰ তলত লিখিলে—

ত্বাময়মবদ্ধাঞ্জলী দাসজনস্তমিমৰ্থমৰ্থয়তে
স্বপিহি ময়া সহ সুৰত ব্যতিকৰখিন্নৈৱ মা মৈয়ম্

অন্তঃপুৰৰ পৰা সিন্ধিৰেই ওলাই আহি শৃগালিকাৰ পাগলপুত্ৰ সাজি দুয়ো ৰক্ষীসকলৰ হাতৰ পৰা ৰক্ষা পৰিল। শৃগালিকাৰ প্ৰশংসাত ৰাজকুমাৰী অপহাৰ বৰ্মাৰ প্ৰতি অনুৰক্তা হ'ল। অঙ্গৰাজ সিংহ বৰ্মাৰ কন্যা অম্বালিকাক চণ্ডবৰ্মাই বিয়া কৰাবলৈ কৰা প্ৰস্তাৱ অগ্ৰাহ্য কৰাত সিংহবৰ্মাক চণ্ডবৰ্মাই আক্ৰমণ কৰিলে। ৰজা আৰু অম্বালিকাক বন্দী কৰি লৈ গল। বিয়াৰ আয়োজন হ'ল। পাণিগ্ৰহণৰ সময়ত অপহাৰ বৰ্মাই লগত নিয়া গুপ্ত চুৰিকাৰে চণ্ডবৰ্মাক হত্যা কৰি ৰাজকন্যাৰ পাণিগ্ৰহণ কৰিলে।

উপহাৰবৰ্মা চৰিতত বিদেহৰাজ বিকটবৰ্মাই কামৰূপাধিপতি কালিন্দবৰ্মা নামে ৰজাৰ কন্যা কল্পসুন্দৰীক বিয়া কৰোৱাৰ কথা পোৱা যায়। কামৰূপেশ্বৰস্য কালিন্দবৰ্মা নাম্নঃ কন্যা কল্পসুন্দৰী কলাসুৰুৰোচাবসৰ সোপ্যবিক্ৰান্তা পতি মতিভূণ বৰ্ত্ততে। সুদূৰ কামৰূপৰ লগতো বিদেহ ৰাজৰ বৈৱাহিক সম্বন্ধ ঘটিছিল। এই কল্পসুন্দৰীক দেখি উপহাৰবৰ্মা মুগ্ধ হ'ল। বিকট বৰ্মাৰ কল্পসুন্দৰীৰ প্ৰতি অনুৰাগহীনতা, নিষ্ঠুৰতা, সৌন্দৰ্য্যহীনতা আদি বহুদিন ধৰি বুজাই নিজৰ ছবি

এখন আকি দি লাহে লাহে উপহাৰবৰ্মাৰ প্ৰতি কল্পসুন্দৰীক অনুৰক্তা কৰি তোলা —তেওঁৰ ইঙ্গিতমতে ৰাতি প্ৰাচীৰ পৰিখা আদি পাৰ হৈ জীৱন বিপন্ন কৰিও মাধবীলতা মণ্ডপলৈ গৈ কল্পসুন্দৰীৰ লগত মিলন, সুৰতোপভোগ ৰতি পূৰ্বত কামবদ্ধ ৰাগ আৰু অন্তত ক্লান্ত শিথিল কল্পসুন্দৰীৰ ৰূপ বৰ্ণনাই স্থবিৰ পাঠককো সেইখিনি সময়ত তাৰুণ্যত উপনীত কৰাব। উপহাৰ বৰ্মাৰ পৰামৰ্শমতে ৰাণীয়ে উপহাৰ বৰ্মাৰ নয়নৰঞ্জক ছবি দেখুৱাই তেওঁকো তেনেকুৱা ৰূপবান কৰাৰ পৰা যজ্ঞৰ অনুষ্ঠান কৰিবলৈ অনুমতি লৈ ঘোৰ অমাৱস্যাৰ ৰাতি যজ্ঞ পাতিলে—যজ্ঞত উছৰ্গা দানৰ সময়ত অপহাৰ বৰ্মাই ৰজাক হত্যা কৰি ৰজা হ'ল আৰু বিকট বৰ্মাই বন্দী কৰি ৰাখি বিহ খুৱাই মাৰিব খোজা বাপেক মাকক ৰক্ষা কৰালে।

পৰস্ত্ৰী হৰণ, নৰহত্যা পাপতকৈ কাৰাৰুদ্ধ পিতৃমাতৃ উদ্ধাৰ লগতে ৰম্য আৰু অনিন্দ্যসুন্দৰী কল্পসুন্দৰীক লাভ, কৰ্তব্যক বেচি মূল্য দি কবিয়ে নিৰ্দোষ কৰিছে। প্ৰায়বিলাক গল্পতেই চিত্ৰবিন্যাৰ বহুমুখী প্ৰচাৰ ভাস্কৰ্য্য-নৈপুণ্য ফুটি উঠিছে। তেওঁৰ গল্পৰ কাহিনী বিন্যাস আৰু বৰ্ণনাভঙ্গী আৰু বাচকবনীয়া শব্দ বিন্যাসে পাঠকক অভিভূত কৰিছে। তেওঁৰ লিখনিয়ে পাঠকক অভিভূত কৰি হহুৱাইছে, কন্দুৱাইছে, উত্তেজিত কৰিছে আৰু উৎকণ্ঠিত কৰিছে।

# সংস্কৃত গল্প লিখক বাণভট্ট

খৃষ্টীয় সপ্তম শতকত মহাকবি বাণভট্টৰ অমূল্য গদ্যকাব্য হৰ্ষচৰিত আৰু কাদম্বৰীয়ে সংস্কৃত সাহিত্য-ভাণ্ডাৰ সমৃদ্ধ কৰিছিল। সুবন্ধু, দণ্ডী আদি সংস্কৃত গল্প প্ৰণেতাতকৈ বাণৰ গল্পৰ বিষয়বস্তু কঠিন হলেও সি ভাব আৰু ভাষাৰ সমন্বয়ত তথা উচ্চ শব্দ বিন্যাসৰ বাবে বহু উচ্চ পৰ্যায়ৰ। তেওঁৰ ৰসাল লিখনী নিসৃত "কাদম্বৰী" সংস্কৃত গদ্য কাব্যৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ অৱদান।

মহাকবি বাণভট্ট আছিল সম্ৰাট হৰ্ষবৰ্দ্ধনৰ সভাপণ্ডিত। তেওঁৰ প্ৰভাৱত সম্ৰাটে কবিত্ব লাভ কৰিছিল। বাণে নিজৰ জন্মস্থান ব্ৰাহ্মণাধিবাসলৈ ৰাজধানীৰ পৰা এবাৰ যাওতে শ্যামলকৰ অনুৰোধ মতে সমবেত বন্ধু আৰু পৰিজন সকলৰ আগত সম্ৰাটৰ চৰিত্ৰ কাহিনীৰ আকাৰে বৰ্ণনা কৰিছিল। বাণে হাঁহি হাঁহি ভতিজাকক কৈছিল "ক পৰিমিত বৰ্ণ বৃত্তয়ঃ কতিপয়াঃ শব্দাঃ ক সংখ্যাতি গতা শুদ্ধ গুণাঃ সৰ্ব্বস্যোপ্যয়মবিষয়ঃ, কিমু অস্মদ্বিধস্য ? এক দেশেতু যদি কুতুহলং ক সজ্জা বয়ম্"। পৰিমিত কেইটিমান শব্দ জ্ঞান বিশিষ্ট আমালোকৰ পক্ষে হৰ্ষৰ চৰিত বৰ্ণনাতো অসম্ভৱ—সৰ্ব্বভ····সকলৰো ই কঠিন বিষয়। মহাৰাজ হৰ্ষৰ চৰিত্ৰক ইমান গুৰুত্ব দিয়া হৈছে। বৰ্ণনাৰ পৰা জনা যায়—

শ্ৰীকণ্ঠ নামে জনপদৰ ভিতৰত স্থাম্বীশ্বৰ নামে ৰাজ্যৰ ৰজা আছিল পুষ্পভূতি। শিৱভক্ত ৰজা পুষ্পভূতিয়ে এদিন কৃষ্ণা চতুৰ্দ্দশীৰ মাজৰাতি মহা শ্মশানত ভৈৰবাচাৰ্য্য নামে সাধকৰ উত্তৰ সাধক হৈ পৃথিৱী ফাটি ওলোৱা কৃষ্ণবৰ্ণ পুৰুষৰূপী শ্ৰীকণ্ঠ নাগক পৰাভূত কৰাত—ঘোৰ অন্ধকাৰ ৰাতি জোনাকেৰে উদ্ভাষিত হৈ উঠিল আৰু এজনী দেৱী আবিৰ্ভূ্তা হৈ ৰজাক কলে—"বাছা, মই লক্ষ্মী; তোমাৰ বীৰত্বত সন্তুষ্ট হৈছো। তুমি মহান্ ৰাজকুলৰ কৰ্ত্তা হ'বা—যত উৎপন্ন হব হৰ্ষ নামে চক্ৰবৰ্ত্তী। "ভবান্ ভুবি মহতো ৰাজকুলস্য কৰ্ত্তা ভবিষ্যতি যস্মিন্ উৎপৎস্যতে হৰ্ষ নামা চক্ৰবৰ্ত্তী"।

সেই পুষ্পভূতিৰ পুত্ৰ প্ৰতাপশীল বা প্ৰভাকৰবৰ্দ্ধন। প্ৰভাকৰৰ মহিষী যশোৱতীয়ে এদিন সপোন দেখি ভয়তে ৰজাৰ ওচৰলৈ আহি কলে, "আৰ্যপুত্ৰ ! জানামি স্বপ্নে ভগবতঃ সবিতুৰ্মণ্ডলান্নিৰ্গত্য দ্বৌ কুমাৰকৌতেজোময়ৌ গৃহীত শাস্ত্ৰৌ

কন্যকয়া একয়াচানুগম্যমানৌ। তৌ চ মে বিল পস্ত্যা শাল্বেনোদৰং বিদাৰ্য্য প্ৰবেষ্টুমাৰ····।” আৰ্য্যপুত্ৰ, সপোনত দেখিলো—অস্ত্ৰধাৰী তেজস্বী দুজন কুমাৰে এজনী কন্যাৰে সৈতে সূৰ্য্যমণ্ডলৰ পৰা নামি আহি মোৰ উদৰ বিদীৰ্ণ কৰি ভিতৰত সোমাব ধৰিছে। ৰজা আনন্দিত হল আৰু ৰাণীৰ পুত্ৰলাভৰ আশ্বাস দিলে।

যথা সময়ত ৰাণীয়ে প্ৰসৱ কৰিলে ৰাজ্যবৰ্দ্ধনক। তাৰ পিছত জেঠ মাহৰ কৃষ্ণ দ্বাদশীৰ সন্ধ্যা সময়ত দ্বিতীয় পুত্ৰ হৰ্ষবৰ্দ্ধনৰ জন্ম হল। “ততঃ জ্যেষ্ঠা মূলীয়ে মাসি বহুল পক্ষ দ্বাদশ্যাং ব্যতীতে প্ৰদো·········সময়ে ৰা····দ্বিতীয় পুত্ৰ জন্মোৎসৱো মহান প্ৰাবৰ্ত্তত।” ৰাজ্যবৰ্দ্ধনৰ ছ বছৰ হলত কন্যা ৰাজ্যশ্ৰীৰ জন্ম হল।

কুমাৰ দুজনেৰে সৈতে ৰাজ্যশ্ৰীৰ শুক্লপক্ষৰ চন্দ্ৰৰ দৰে বাঢ়িবলৈ ধৰিলে। এদিন ৰজাই ৰাজ্যবৰ্দ্ধনক হুণসকলৰ উচ্ছেদৰ বাবে পঠালে। ৰাজ্যবৰ্দ্ধন গলত হৰ্ষইও অশ্বাৰোহী সৈন্য লৈ ওলাল। বিন্ধ্য পৰ্ব্বতত মৃগয়া কৰি কেইদিনমান থকাত এদিন হৰ্ষই সপোনত দেখিলে সিংহ এটা ডাবানলত পুৰি মৰিল আৰু সিংহীয়ে পোৱালী এৰি এৰি সেই জুইতে জপিয়াই পৰিল। এই ভয়াবহ সপোন দেখি কুমাৰ হৰ্ষ উদ্বিগ্ন হৈ ৰাজধানী পালেহি। দেখিলে, মাকে শুই থকা ৰজাৰ মূৰত আৰু বুকুত হাত বুলাই আছে। ৰজাই কোনোমতে হৰ্ষক আলিঙ্গন কৰিলে আৰু দাহ জ্বৰত প্ৰাণ এৰিলে। যশোবতী সহমৰণৰ বাবে প্ৰস্তুত হল। হৰ্ষই নানা মিনতি কৰাত কলে—“বৎস! মৰ্ত্তুমবিধবৈৰ্ব বাঞ্ছামি। অতিশীতল পতিশোকা-দনলঃ যশসা স্থাতুমিচ্ছামি লোকে ন বপুতা। এনেদৰে সৰস্বতী তীৰত···চিতাত প্ৰবেশ কৰিলে।

কুমাৰে পিতৃৰ অন্তিম কৃত্য সমাপন কৰি ককায়েক ঘূৰি আহিব বুলি বাটলৈ চাই থাকিল উদ্বিগ্ন হৈ। ৰাজ্যবৰ্দ্ধনে দূৰৰ পৰাই শোকৰ প্ৰতিমূৰ্ত্তি হৰ্ষক দেখি আলিঙ্গন কৰি হিয়াধুনি কান্দিলে। ৰাজ্যভাৰ লবলৈ হৰ্ষক কলে আৰু নিজৰ অস্ত্ৰ ত্যাগ কৰিলে। এনেতে খবৰ পালে যে ৰজাৰ মৃত্যুৰ দিনাই দুৰাত্মা মালৱ-ৰাজে ৰাজ্যশ্ৰীৰ পতি গ্ৰহবৰ্মাক হত্যা কৰিছে—কন্যাকুজৰ কাৰাগাৰত ৰাজ্যশ্ৰী বন্দিনী। এই আকস্মিক দুঃসংবাদে পিতৃশোক পাহৰালে আৰু ৰাজ্যভাৰ হৰ্ষক গটাই পৰিত্যক্ত অস্ত্ৰ তুলি লৈ মালৱ কুলৰ প্ৰলয়বায়ুৰ দৰে ৰাজ্যবৰ্দ্ধন ওলাই গল।

বহুদিন গল হৰ্ষই ইপিনে সপোন দেখিলে গগনস্পৰ্শী লৌহস্তম্ভ এটা ভাগি পৰিল। নানা ৰকমৰ অদ্ভুত দেখিবলৈ ধৰিলে নিতৌ হৰ্ষৰ মনত দুশ্চিন্তাৰ উদয়

হল। এনেতে খবৰ আহিল গৌড়ৰ অধিপতি শশাঙ্কই ককায়েক ৰাজ্যবৰ্দ্ধনক হত্যা কৰিছে। হৰ্ষ খঙতে জ্বলি উঠিল—প্ৰতিজ্ঞা কৰিলে—"যদি পৰিগণিতৈতেৰ বাসৰৈঃ নিগৌড়াং ন কৰোমি মেদিনীং ততস্তনূনপাতি পাতয়াম্যাত্মানম্।"—যদি দিন চেৰেকৰ ভিতৰতে পৃথিৱীৰ পৰা গৌড়ৰ নাম নিশ্চিহ্ন কৰিব নোৱাৰো—তেন্তে নিজৰ শৰীৰকে পাত কৰিম অগ্নিত।

পিছদিনাই সামন্ত ৰজাসকলক মাতি পঠালে। ৰজাসকল ওলাওতে অমঙ্গল দেখা পালে। কেইদিনমান পাছত মাঙ্গলিক কৰ্মাদি কৰি হৰ্ষবৰ্দ্ধন যুদ্ধযাত্ৰা কৰি ওলাল। কিছু দূৰত সৰস্বতী তীৰত তৃণময় মন্দিৰত প্ৰাগজ্যোতিষেশ্বৰ কুমাৰ ভাস্কৰবৰ্মাৰ দূত আহি হৰ্ষবৰ্দ্ধনৰ লগত ভাস্কৰবৰ্মাৰ মিত্ৰতাৰ আকাঙ্ক্ষা জনালে আৰু নৰকাসুৰে বৰুণৰ পৰা পোৱা আশ্চৰ্য্য গুণযুক্ত ছাটি এটা উপহাৰ দিলে। হৰ্ষৰ আনন্দ ৰবিয়ে দুঃখ কুজ্ঝটিকা ভেদ কৰি উদিত হল। কুমাৰ ভাস্কৰৰ শ্লাঘ্য বন্ধুত্ব গ্ৰহণ কৰিলে।

ইপিনে ভনীয়েক ৰাজ্যশ্ৰীৰ সন্ধানত ঘূৰি ফুৰোতে এজনী তিৰোতা জুইত পুৰি মৰিব ওলোৱা শুনি ভনীয়েক বুলি আশঙ্কা হল। খবৰ দিওতা ভীক্ষুৰ লগত গৈ মৰণোন্মুখিনী ভনীয়েকক বহু বুজাই বঢ়াই অগ্নি প্ৰবেশৰ পৰা নিৰস্ত কৰিলে।—এনেদৰে হৰ্ষবৰ্দ্ধনৰ জন্ম, বাল্যকাল, ৰাজ্যলাভ, ভাতৃভগ্নীৰ প্ৰতি অকৃত্ৰিম চেনেহ, ৰাজ্য শাসন আদিৰ ঐতিহাসিক বিবৰণ এটি মহাকবিয়ে নিপুণ হাতেৰে ৰূপায়িত কৰিছে। বৰ্ণনাভঙ্গী গম্ভীৰ—দীৰ্ঘ সমাসাপ্ত পদ, বাচকবনীয়া শব্দ প্ৰয়োগ আৰু অলংকাৰ প্ৰাচুৰ্য্যই হৰ্ষচৰিতক দুৰ্বা····হলেও মধুৰ কৰি তুলিছে।

মহাকবিৰ আন এটি অনুপম শ্ৰেষ্ঠ সৃষ্টি কাদম্বৰী। চৰিত্ৰ বহুল আৰু দ্ব্যৰ্থক শব্দ বিন্যাসে—দীঘলীয়া বিবৰণ আদিয়ে আৰু ৰচনা গাম্ভীৰ্য্যই কাদম্বৰীক সাধাৰণ পণ্ডিতৰ ওচৰত ভয়াবহ আৰু দুৰবগাহ কৰি তুলিছে। গল্পৰ কথা আৰম্ভ কৰাৰ আগতে "বাসব দত্তা" নামৰ প্ৰসিদ্ধ গল্পগ্ৰন্থ দুখনতকৈ শ্ৰেষ্ঠ কাব্য ৰচনা কৰা বুলি বংশাদি বৰ্ণন প্ৰসঙ্গত নিজেই কৈছে বাণভট্টই—"অলব্ধ বৈদগ্ধ্য বিলাস মুগ্ধয়া ধিয়া নিবদ্ধেয় মতি দ্বয়ী কথা"। কাদম্বৰীৰ ঘটনা অলৌকিক। বিশেষণ বহুল দীৰ্ঘবাক্য প্ৰয়োগ কাদম্বৰীৰ ৰচনাৰ বৈচিত্ৰ।

বিদিশা নগৰীৰ ৰজা শূদ্ৰকক চণ্ডাল কন্যা এজনীয়ে এটি ভাটৌ উপহাৰ দি কলে—"ইয়াৰ নাম বৈশম্পায়ন, ই মানুহৰ দৰে কথা কব পাৰে। ভাটৌটোৱে ওপৰলৈ ঠেং এখন তুলি ৰজাক নমস্কাৰ কৰি কৈ উঠিল—

Scanned by CamScanner

"স্তন যুগমশ্রুস্নাতং সমীপতৰবৰ্ত্তি
হৃদয় শোকাগ্নেঃ
চৰতি বিমুক্তাহাৰং ব্ৰতমিব ভবতো ৰিপুস্ত্ৰীনাম্ ॥"

হে মহাৰাজ! আপোনাৰ ৰিপু-স্ত্ৰীসকলে আপোনাৰ প্ৰভাৱত নিজ পতিৰ হেৰুৱাই ব্ৰত আচৰণ কৰক। পাখী নগজা অৱস্থাতে ভাটৌটো পাই হাৰিতে ত্ৰিকালজ্ঞ ঋষি জাবালীৰ ওচৰলৈ নিয়াত—ভাটৌ পোৱালীটোৰ জন্ম বৃত্তান্ত মুনিকুমাৰ সকলৰ আগত জাবালীয়ে দাঙি ধৰা কাহিনীয়ে বিৰাট কাদম্বৰী গ্ৰন্থৰ গল্পৰ কথা। সেই কথাকে ভাটৌটোৱে ৰজা শূদ্ৰকৰ আগত আত্মকথাৰূপে কৈছিল।

অবন্তি দেশৰ উজ্জয়িনী নগৰত তাৰাপীড় নামে এজন ৰজা আছিল। তেওঁৰ মন্ত্ৰী আছিল শুকনাম। এদিনাখন ৰজাই সপোনত দেখিলে পূৰ্ণচন্দ্ৰ ৰাণীৰ মুখেৰে সোমাব ধৰিছে। মন্ত্ৰীৰ আগত সপোনৰ কথা কোৱাত মন্ত্ৰীয়ে কলে যে যোৱা নিশা তেওঁও সপোনত দেখিছে যে এজন ব্ৰাহ্মণে মন্ত্ৰীৰ পত্নীৰ কোলাত এপাহ ফুলা পদুম পেলাই দিছে। ৰজা মন্ত্ৰী দুয়োৱে সন্তান লাভৰ সূচনা বুজিব পাৰি দুয়ো আনন্দিত হল।

যথা সময়ত ৰাণীয়ে আৰু মন্ত্ৰী পত্নীয়ে দুয়ো দুটি সন্তান প্ৰসৱ কৰিলে। ৰাজকুমাৰৰ নাম চন্দ্ৰাপীড় আৰু মন্ত্ৰীকুমাৰৰ নাম ৰখা হল বৈশম্পায়ন। চূড়া কৰনাদি হোৱাত দুয়োৱে শিক্ষাৰ কাৰণে সকলো বিদ্যাতে পাৰদৰ্শী পণ্ডিতসকলক নিযুক্ত কৰা হ'ল। দহ বছৰ অধ্যয়ন কৰি সকলো শাস্ত্ৰ আয়ত্ব কৰাত তেওঁলোকক পাঠশালাৰ পৰা বিদায় দিলে। ইন্দ্ৰায়ুধ নামে স্থূলকায় বেগবান ঘোঁৰাত উঠিল ৰাজকুমাৰ আৰু বৈশম্পায়ন আন এটা ঘোঁৰাত উঠি ৰাজধানী পালেহি। বাপেক মাকক বহুদিনৰ মূৰত পাই মহা সুখেৰে দুয়োদিন কটাবলৈ ধৰিলে।

ৰজাই চন্দ্ৰাপীড়ক যুৱৰাজ পাতিবলৈ ইচ্ছা কৰিলে। চন্দ্ৰাপীড়ে এদিন মন্ত্ৰীৰ ওচৰলৈ যাওঁতে মন্ত্ৰীয়ে বহু সজ পৰামৰ্শ দিয়ে। এই উপদেশৰ মাজত ৰজাৰ প্ৰজাৰ প্ৰতি কৰ্ত্তব্য আদিৰ বিস্তৃত বিবৰণ সোমাই আছে।

চন্দ্ৰাপীড় যুৱৰাজৰূপে অভিষিক্ত হল। বৈশম্পায়নেৰে সৈতে সৈন্য সামন্ত লৈ দিগ্বিজয়ৰ কাৰণে যাত্ৰা কৰিলে। সুবৰ্ণপুৰীৰ কিৰাট ৰাজক পৰাস্ত কৰি কেইদিনমান বিশ্ৰাম ললে। এদিন মৃগয়া কৰিবলৈ গৈ চন্দ্ৰাপীড়ে এহাল কিন্নৰ দম্পতি দেখি সিহঁতক ধৰিবলৈ পিছে পিছে খেদি ঘোঁৰাৰে সৈতে বহুদূৰ পালে।

সিহঁত অদৃশ্য হৈ পৰিল। এটি পুখুৰীৰ পাৰত বিশ্ৰাম লওঁতে সঙ্গীতৰ লহৰ আহি চন্দ্ৰাপীড়ৰ কাণত পৰিল। দেখে যে এটা শিৱ মন্দিৰত ওঠৰ বছৰীয়া যুৱতী এজনীয়ে বীনা বজাই গীত গাইছে। স্তুতি গীত শেষ হলত যুৱতীয়ে কুমাৰক আতিথ্য গ্ৰহণ কৰিবলৈ কলে। মন্ত্ৰমুগ্ধৰ দৰে কুমাৰ ৰূপহীৰ পিছে পিছে গৈ এটি গুহা পালে। তাপসীৰ পৰিচয় স্খলিত বৰ বেজাৰেৰে কলে—

"প্ৰজাপতি দক্ষৰ মুনি আৰু অৰিষ্টা এই দুজনী কন্যা। মুনিৰ গৰ্ভত গন্ধৰ্বৰাজ চিত্ৰৰথ আৰু অৰিষ্টাৰ গৰ্ভত হংস নামে গন্ধৰ্বৰ জন্ম হয়। হংস আৰু তেওঁৰ পত্নী গৌৰী নামৰ অপ্সৰাৰ মই একমাত্ৰ সন্তান। মোৰ শৰীৰ বৰ বগা কাৰণে মোৰ নাম ৰাখিছিল মহাশ্বেতা। এদিন বসন্তকালত পুখুৰীলৈ গা ধুবলৈ যাওঁতে দুজন ঋষিকুমাৰক দেখি এজনৰ ৰূপত মুই আকৃষ্টা হলো। তেওঁৰ সহচৰৰপৰা জানিব পাৰিলো মোৰ প্ৰেমাস্পদৰ নাম পুণ্ডৰীক আৰু সহচৰ কপিঞ্জল। তেওঁৰো অনুৰাগ মই লক্ষ্য কৰিছিলো। তেওঁৰ কাণত থকা পাৰিজাত ফুলৰ থুপিটো মোৰ কাণত তেওঁ পিন্ধাই দিওঁতে মোৰ গালত হাত লাগি কঁপি উঠা হাতৰপৰা অক্ষমালাধাৰ পৰিব ধৰাত মই মাজতে ধৰিলো—আৰু মোৰ হাৰডাল তেওঁক দিলো। কপিঞ্জলৰ ভৰ্ংসনাত তেওঁ হাৰডাল ঘূৰাই দি তেওঁৰ অক্ষমালাডাল লৈ দুয়ো গুচি গল। মই বৰ কাতৰ হৈ পৰিলো।

বেলি পৰাত কপিঞ্জল আহি কলে যে, তেওঁৰ বন্ধুৱে মোক নেপাই বলীয়াৰ দৰে হৈছে। মাজ নিশা গৈ দেখো যে, সৰোবৰৰ পাৰত মোৰ বিৰহ অগণিয়ে ঋষিকুমাৰৰ জীৱন বৰ্ত্তি নিষ্প্ৰভ কৰি পেলাইছে। মই প্ৰাণত্যাগ কৰিবলৈ ওলোৱাত এজন মহাপুৰুষ আকাশৰ পৰা নামি আহি মোক সান্ত্বনা দি কলে যে, আমালোকৰ পুনৰ মিলন হব। তেওঁ শৱটো লৈ গুচি গল। কপিঞ্জলো তেওঁৰ পিছে পিছে ওপৰলৈ গৈ অদৃশ্য হৈ পৰিল। তেতিয়াৰ পৰাই পুনৰ মিলনৰ আশা বুকুত বান্ধি এনেদৰে কটাইছো।

চন্দ্ৰাপীড়ে জানিব পাৰিলে যে মহাশ্বেতাৰ লিগিৰী তৰলিকা গন্ধৰ্বৰাজ চিত্ৰৰথৰ অসামান্য ৰূপৱতী একমাত্ৰ কন্যা কাদম্বৰীৰ ওচৰলৈ গৈছে। সৰুৰে পৰা একে বাপেকীৰ সন্তানৰ দৰে ডাঙৰ দীঘল হোৱা মহাশ্বেতাৰ পুনৰ মিলন নহয় মানে কাদম্বৰীয়ে বিয়া নকৰায়। তৰলিকাই কাদম্বৰীক প্ৰতিজ্ঞাৰ পৰা লৰাব নোৱাৰি ঘূৰি আহিলত মহাশ্বেতা নিজে ওলাল কাদম্বৰীৰ ওচৰলৈ আৰু লগতে চন্দ্ৰাপীড়কো লৈ গল।

বিধাতাৰ অপূৰ্ব সৃষ্টি কাদম্বৰীৰ দিব্য সৌন্দৰ্য্যই চন্দ্ৰাপীড়ক মুগ্ধ কৰিলে। তেনেদৰে চন্দ্ৰাপীড়ৰ শৰীৰ কান্তিয়েও কাদম্বৰীৰ দেহ মনত এটি অজানিত শিহৰণ তুলিলে। উভয়ৰে কথাবাৰ্ত্তাৰ বিনিময় হল মহাশ্বেতাৰ মধ্যস্থতাত।

গন্ধৰ্ব্বৰাজৰ আদৰত তাত দুদিনমান কটাই ৰাজকুমাৰে শিবিৰলৈ ঘূৰি আহিল। পিছদিনা কাদম্বৰীক অতি·······পৰা শুনি মহাশ্বেতাৰে সৈতে আকৌ গল। কাদম্বৰীয়ে বিশেষ একো নোকোৱাত অভিমান কৰি ঘূৰি আহিল। ৰজাই মাতি পঠোৱা শুনি চন্দ্ৰাপীড়ে বৈশম্পায়নক শিবিৰ আনিবলৈ দি ৰাজধানী পালেহি।

কেইদিনমান পিচত গন্ধৰ্ব্ব নগৰৰ পৰা দূত আহি চন্দ্ৰাপীড়ক জনালে যে তেওঁৰ আদৰ্শনত কাদম্বৰী আৰু বেচি দিন জীয়াই নাথাকে। চন্দ্ৰাপীড় অধৈৰ্য্য হৈ উঠিল, আকৌ খবৰ আহিল বৈশম্পায়নে আচ্ছোদ সৰোবৰৰ পাৰৰ এটা লতা মণ্ডপ দেখি তাৰ পৰা কোনোমতে ঘূৰি নাহে। ৰজা মন্ত্ৰীক প্ৰবোধ দি চন্দ্ৰাপীড় ওলাল বন্ধুক ঘূৰাই আনিবলৈ আৰু লগতে কাদম্বৰীক চাই নয়ন মন সাৰ্থক কৰিবলৈ। বন্ধুক বিচাৰি নাপাই মহাশ্বেতাৰ আশ্ৰমলৈ গৈ তেওঁক কান্দি থকা দেখা পালে। মহাশ্বেতাই কলে—"এজন ব্ৰাহ্মণ যুৱক বলীয়াৰ দৰে মোৰ ওচৰলৈ দৌৰি আহি কবলৈ ধৰিলে—"হে চন্দ্ৰমুখি, কামদেৱৰ সহায় চন্দ্ৰই মোক বধ কৰিবলৈ আহিছে। মোক ৰক্ষা কৰা।" মই খঙতে অভিশাপ দিলো—"তোৰ পশু-পক্ষীৰ শাৰিলৈ অধঃপতন হওক। সেই যুৱক ধাচ কৰি মাটিত পৰি গল আৰু তেওঁৰ অনুচৰ সকলৰ পৰা জানিলো তেওঁ আপোনাৰ বন্ধু বৈশম্পায়ন। চন্দ্ৰাপীড়ে কলে—দেবি, এই জনমত কাদম্বৰীৰ লগত মিলন নহল; পৰজনমত যেন তেওঁক পাওঁ—এই বুলি কৈ ঢলি পৰিল।

ইপিনে চন্দ্ৰাপীড় আহিবলৈ ধৰা খবৰ পাই কাদম্বৰী অধৈৰ্য্য হৈ মহাশ্বেতাৰ আশ্ৰমলৈ আগুৱাই গল। তাত এই লোহমৰ্যক ঘটনা দেখি কাদম্বৰী সহমৰণৰ বাবে প্ৰস্তুত হল। এনেতে আকাশীবাণী হল যে পুণ্ডৰীকৰ শৰীৰ তাত ৰখা হৈছে আৰু চন্দ্ৰাপীড়ৰ মৃতদেহ কাদম্বৰীৰ পৰশত অবিকৃত হৈ থাকিব। পুনৰুজ্জীৱিত নোহোৱালৈ যত্নেৰে ৰাখিব লাগে। চন্দ্ৰাপীড়ৰ ভৰি দুখন কোলাত লৈ কাদম্বৰীয়ে অবিচলিত ভাৱে বৰ্ষাৰ ভয়াবহ ৰাতিবোৰ কটালে। ৰজা তাৰাপীড়ে মন্ত্ৰী শুকনাসেৰে সৈতে বাণপ্ৰস্থী হল আৰু নিতৌ চন্দ্ৰাপীড়ৰ মুখকমল চাই দিন কটাবলৈ ধৰিলে। শৰৎ গল—বসন্ত আহিল—এই ঋতুবোৰৰ বৰ্ণনা মহাকবিৰ অনুপম সৃষ্টি।

চন্দ্রাপীড়ৰ মৃত্যুত পত্ৰলেখাই ইন্দ্ৰায়ুধক লৈ সৰোবৰত জাপ দিলে—পানীৰ মাজৰ পৰা কপিঞ্জল উঠি আহিল। তেওঁ শাপবশতঃ ঘোঁৰাৰূপে ইন্দ্ৰায়ুধ হৈ জন্মা কথা আৰু মহাশ্বেতাৰ অভিশাপত বিনাশ হোৱা জন পুণ্ডৰীকৰ দ্বিতীয় অৱতাৰ বুলি কলত মহাশ্বেতা ম্ৰিয়মাণ হল। পুণ্ডৰীকৰ খবৰ জানিবলৈ কপিঞ্জল শ্বেতকেতুৰ আশ্ৰমলৈ গল।

মহৰ্ষি জাবালীয়ে এইবোৰ বৰ্ণনা কৰি ভাটৌ পোৱালীটো আঙুলিয়াই তেওঁৱে সেই বৈশম্পায়ন বুলি কলে। এনেতে কপিঞ্জলো তাত ওলাল। ভাটৌৰ পূৰ্ব্ব জন্মৰ সকলো কথা মনত পৰিল আৰু মানুহৰ দৰে কথা কব পৰা হল। ভাটৌটোৰ পাখী গাজ উঠিলত মহৰ্ষিৰ নিষেধ নুশুনি মনে মনে মহাশ্বেতাৰ ওচৰলৈ উৰা মাৰিলে আৰু ব্যাধৰ হাতত ধৰা পৰি চণ্ডাল কন্যাৰ ওচৰ পালে। চণ্ডাল কন্যাই ৰজা শূদ্ৰকৰ ওচৰলৈ তাক লৈ আহিল। চণ্ডাল কন্যাই শূদ্ৰকক কাদম্বৰীৰ প্ৰেমাস্পদ চন্দ্ৰৰ অৱতাৰ চন্দ্ৰাপীড় বুলি সোঁৱৰাই দি অদৃশ্যা হল। ৰজা প্ৰিয়তমাৰ বিৰহত আকুল হৈ উঠিল।

ইপিনে বসন্তকালৰ প্ৰাণোন্মাদক দৃশ্যাৱলীয়ে কাদম্বৰীক উন্মত্ত কৰি তুলিলে আৰু চন্দ্ৰাপীড়ৰ দেহলৈ প্ৰাণৰ স্পন্দন আহিল। লজ্জানম্ৰমুখী প্ৰিয়াক বুকুত সাৱটি লৈ তেওঁ শাপবশতঃ শূদ্ৰক ৰজা ৰূপে জন্ম পোৱা আৰু আজি শাপৰ অবসানত পূৰ্ব্ব শৰীৰ পোৱা কথা কৈ আশ্বাস দিলে—"ভীৰু পৰিত্যজ্যতাং ভয়ং। প্ৰত্যুজ্জীৱিতোহাস্মি তবৈব কণ্ঠ গ্ৰহেণ। অস্ত সতু মে দ্বিতীয়বাৰ ত্বদৰ্থমেবানুভূত দুঃসহ মদন জ্বৰ দাহ বেদনাপৰম দুঃখস্য ব্যপ গড় শাপত পৰিত্যক্তা সা ময়া ত্ব দিৰহ দুঃখ দায়িনী মানুষী শূদ্ৰকাখ্যা তনুঃ"। ইপিনে পুণ্ডৰীক কপিঞ্জলেৰে সৈতে নামি আহি প্ৰিয়তমা মহাশ্বেতা আৰু চন্দ্ৰাপীড়ক আলিঙ্গন কৰিলে। ৰজা তাৰাপীড় আৰু মন্ত্ৰী শুকনাসে সকলো শুনি নিজ নিজ পুত্ৰক ঘূৰাই পাই মহা আনন্দিত হল। গন্ধৰ্ব্বপুৰত আনন্দ উচব চলিল। চন্দ্ৰাপীড়ে বন্ধুৰে সৈতে প্ৰিয়তমাৰ হিয়াভৰা প্ৰণয়পাশত আবদ্ধ হৈ মহাসুখে ৰাজ্য সুখ ভোগ কৰিবলৈ ধৰিলে।

# ভাৰবেৰৰ্থ গৌৰবম্

খৃষ্টীয় ষষ্ঠ শতকত মহাকবি ভাৰবি ৰচিত কিৰাতাৰ্জ্জনীয়ম্ ওঠৰ সৰ্গৰ এখন মহাকাব্য। দ্বৈত বৰ্ণত ভাৰ্য্যা দ্ৰৌপদী আৰু ভীম আদি ভাতৃৰে সৈতে বাস কৰা হৃত ৰাজ্য ৰজা যুধিষ্ঠিৰে গুপ্তচৰৰ মুখে দুৰ্যোধনৰ ৰাজনীতি নিপুণতা বৰ্ণনা, যুধিষ্ঠিৰৰ কৌৰবৰ লগত যুদ্ধৰ কাৰণে অনুপ্ৰাণিত কৰিবলৈ দ্ৰৌপদীৰ ওজস্বিনী বক্তৃতা যুদ্ধৰ কাৰণে ভীমৰ বীৰোচিত আবেগ আৰু যুধিষ্ঠিৰক যুদ্ধ সজ্জাৰ কাৰণে প্ৰেৰণা দান শান্তিপূৰ্ণভাবে যুধিষ্ঠিৰৰ সময় প্ৰতীক্ষাৰ পৰামৰ্শ, এনেতে তেওঁলোকৰ ওচৰলৈ ব্যাসৰ আগমন, যুধিষ্ঠিৰৰ প্ৰতি ব্যাসৰ নীতিগৰ্ভ আশ্বাসবাণী, অৰ্জুনক বিস্থাদান পূৰ্বক তপস্যাৰ কাৰণে উপদেশ, দ্ৰৌপদীৰ অৰ্জুনৰ প্ৰতি উদ্দীপনাময়ী বাণী, যক্ষৰ লগত অৰ্জুনৰ হিমালয়ৰ পাদদেশলৈ গমন, শৰৎকালৰ শোভাবৰ্ণন, হিমালয় বৰ্ণনা, ইন্দ্ৰকিলত অৰ্জুনৰ তপস্যা, অৰ্জুনৰ তপস্যা ভঙ্গৰ বাবে ইন্দ্ৰৰ অপ্সৰা সকলক প্ৰেৰণা, সায়ং সময় বৰ্ণনা, চন্দ্ৰোদয় বৰ্ণনা, অৰ্জুনৰ তপস্যা ভঙ্গ কাৰণে অপ্সৰাসকলৰ প্ৰয়াস আৰু বিফলতা, অৰ্জুনৰ আশ্ৰমলৈ বিপ্ৰৰূপী ইন্দ্ৰৰ আগমন, কথোপকথন। ইন্দ্ৰৰ নিজ ৰূপ ধৰি অৰ্জুনক শিবৰ আৰাধনা কৰিবলৈ উপদেশ, সিদ্ধ তাপস সকলৰ ওচৰলৈ শিবৰ গমন আৰু অৰ্জুনৰ কঠোৰ তপস্যা বৰ্ণন, বৰাহ ৰূপ ধৰি মুকদানবৰ ধনঞ্জয়ক বধৰ কাৰণে গমন, কিৰাত-ৰূপধাৰী শিবৰ সসৈন্য-মৃগয়াৰ চলেৰে অৰ্জুনৰ আশ্ৰমলৈ আগমন, বৰাহলৈ অৰ্জুনৰ শৰ নিক্ষেপ বৰাহৰূপী মুকদানৱ বধ, কিৰাতৰাজ ৰূপী শিবৰ সসৈন্যে অৰ্জুনৰ ওচৰলৈ গমন আৰু মৃত বৰাহ দিবলৈ অস্বীকৃত হোৱাত অৰ্জুনৰ লগত কিৰাতৰূপী শিবৰ যুদ্ধ। অৰ্জুনৰ বিক্ৰমত শিবৰ সন্তুষ্টি পাশুপতাস্ত্ৰ লাভ, দেৱতাসকলৰ পৰা অস্ত্ৰসমূহ লাভ কৃতকাৰ্য্য অৰ্জুনৰ যুধিষ্ঠিৰৰ ওচৰলৈ আগমন বৰ্ণনা কিৰাত অৰ্জুনীয়ম কাব্যৰ বিষয়বস্তু।

সংস্কৃত সাহিত্য জগতত ভাৰবিৰ কৃতিত্ব আমি দেখিবলৈ পাও তেওঁৰ ৰচনাৰ অৰ্থ গৌৰৱত।

> উপমা কালিদাসস্য ভাৰবেৰৰ্থ গৌৰবম্
>
> নৈষধে পদ লালিত্যং মাঘে শান্তি এয়ো গুণাঃ।

এই কথা সকলোৰে বিদিত। ভাৰবিৰ কাব্যৰ ৰচনাত সম্পূৰ্ণ নিজস্ব ধাৰা এটা

আছে। মহাভাৰতৰ কাহিনীক মাত্র অৱলম্বন কৰি গুৰুগম্ভীৰ ভাষাত মধুৰ আৰু উপাদেয় উপদেশাৱলী বৰ্ণন, ভাৰবিৰ ৰচনাৰ বৈশিষ্ট্য। অলংকাৰ প্ৰাচুৰ্যলৈ লক্ষ্য নেৰাখি ভাব মাধুৰ্য্যৰ প্ৰতি লক্ষ্য ৰাখিছে ভাৰবিৰ লিখনি আওৰাই যোৱা বুলি অনুমান হয়। চাকল্যকৰ প্ৰাকৃতিক লোভনীয় শোভা বৰ্ণনাতকৈ গহীন পাহাৰ পৰ্বতমালাৰ সৌন্দৰ্য্য বৰ্ণনা, শৃঙ্গাৰাদিৰসক বিশেষ প্ৰাধান্য নিদি বীৰৰসে ভাৰাধৰ ৰচনাৰ গাম্ভীৰ্য্য আৰু ওজঃ বৃদ্ধি কৰিছে। সেয়ে প্ৰসিদ্ধ টীকাকাৰ মল্লিনাথে কৈছে—

'নেতা মধ্যম পাণ্ডবো ভাগবতো নাৰায়ণস্যাংশজঃ
তস্যোৎকৰ্ষকৃতেঽনুবৰ্ণ চৰিতো দিব্যাঃ কিৰাতঃ পুনঃ
শৃঙ্গাৰাদি ৰসোঽয়মত্ৰ বিজয়ী বীৰ প্ৰধানো ৰসঃ
শৈলাদ্যানি চ বৰ্ণিতানি বহুশো দিব্যাস্ত্ৰ লাভঃ ফলম্ ॥

কালিদাসৰ সৰস কবিতাই আনে পাঠকৰ মনলৈ অপাৰ আনন্দৰ মাজেদি সামাজিক আৰু ব্যৱহাৰিক জ্ঞান। ভাৰবিৰ কবিতাই আনে গম্ভীৰ চিন্তাৰ গভীৰতম প্ৰদেশত প্ৰবেশ কৰিবলৈ পাঠকৰ হেপাহ, আৰু সাগৰৰ তলিত বুৰ দি মুক্তা তুলি অনাৰ দৰে গভীৰ ভাৱৰাশিৰ ভিতৰত আপোন পাহৰা হৈ তাৰ পক্ষে আহৰণ কৰা হয়ঃ অমূল্য ৰত্ন স্বৰূপ জ্ঞানৰাশি। ভাৰবীৰ কাব্যত ভাষাৰ সোৱাদতকৈ ভাবৰ সোৱাদ বেচি বুলি কোৱা হয়— নাৰিকেল ফল সম্মিতং বচো ভাৰবোঃ—নাৰিকলৰ ফলটো বাহিৰ ফালে যেনেকুৱা জাবৰ আৰু খোলা অথচ ভিতৰত মিঠা ফল আৰু তাৰো ভিতৰত মিঠা পানী তেনেদৰে ভাৰবিৰ ভাষাতকৈ ভাব আৰু তাতোকৈ তাৰ পৰা আহৰণীয় জ্ঞান বেচি মধুৰ।

ভাৰবিৰ লেখনিয়ে স্বভাবতে বলোদ্ধত ভীমক উগ্ৰ আৰু অধিক উদ্ধত অথচ সেই ঔদ্ধত্যপূৰ্ণ কথাৰ ভিতৰত ৰাজনীতি জ্ঞানৰ প্ৰাচুৰ্য, দ্ৰৌপদীক পাণ্ডৱ সকলৰ অঙ্কশায়িনী প্ৰিয়া সজাইয়ো সময়ত প্ৰকৃত ক্ষত্ৰিয়জৰ দৰে ওজস্বিনী ভাষাত যুদ্ধৰ বাবে উত্তেজিত কৰি তুলিব দেখুৱাইছে ৰাজনীতি প্ৰসূত বক্তব্য দিছে দ্ৰৌপদী ভীম যুধিষ্ঠিৰৰ মুখত। ভীমে কৈছে অভ্যুদয়ক ইচ্ছা কৰা সকলে শত্ৰুসকলৰ অভ্যুদয় পৰিণামত অস্থায়ী বুলি ভাবিলে অনায়াসে ক্ষমা কৰিব আৰু অত্যন্ত ক্ষয়ো ফলোন্মুখ হলে তাক উপেক্ষা কৰা উচিত নহয়।

দ্বিষতামুদয়ঃ সমেধসা গুৰুৰস্বন্তৰতঃ সমৰ্থনঃ
ন মহানপিঃ ভূতিমিবছতা ফল সম্পৎ প্ৰৱণাঃ পৰিক্ষা।

আকৌ কৃতি সকলে শত্ৰুৰ সমৃদ্ধি সোনকালে ক্ষয় আৰু বেচি ক্ষয় হব বুলি আৰু নিজৰ ক্ষতি বহ পলম আছে বা ক্ষতি সাধাৰণ বুলি জানিলে তাক উপেক্ষা কৰিব কিন্তু ইয়াৰ বিপৰীত হলে লগে লগে প্ৰতিকাৰ কৰিবা

অচিৰেন পৰস্য ভূয়সীং বিপৰীতং বিগনয্য বাতমনঃ
ক্ষয়যুক্তি মুৰোক্ষতে কৃতী কুৰুতে তং প্ৰতিকাৰ মন্যথা।

এনেকুৱা নীতিকথা ভাৰবিৰ লিখনিত হে সুলভ। কবিয়ে পাঠকৰ মন কোন পিনে নি কোন ৰসত নিমজ্জিত কৰিছে তাক কাব্যৰ নায়ক নায়িকা নিৰ্বাচনতে বুজব পৰা যায়। কালিদাসৰ শকুন্তলাক তপস্যাত নিযুক্ত দেখি ৰজা দুষ্যন্তই কৈছিল ঋষিয়ে নীলোৎপলৰ পাতৰ ধাৰেৰে সখীলতা কাটিব খুজিছে—নূনংস নীলোৎপল পত্ৰধাৰয়া সখীলতা ছেত্তুমৃষি ধ্যবস্যতি। এনেকুৱা মৃদু আছিল শকুন্তলাৰ শৰীৰ সেই শৰীৰত আছিল ফুলৰ দৰে লোভনীয় যৌবন কুসুমমিব লোভনীয়ং যৌবনমঙ্গেষু সন্নদ্ধম। শকুন্তলা আছিল যেন আকোনৰ ওপৰত সৰি পৰা এপাহি নবমল্লিকা ফুল অৰ্কস্যোপৰি চ্যুতমিব নবমল্লিকা। এনেকুৱা নায়িকা যদা নাটক আদি ৰসাত্মক হোৱা স্বাভাবিক।

ভবভূতিৰ উত্তৰ ৰামচৰিতৰ নায়িকা সীতা গৰ্ভভাৰ মন্দুৰা অলস লক্ষ্মণৰ চিত্ৰ দৰ্শনৰ সময়ত ক্লান্ত হৈ ৰামৰ বুকুৰ ওপৰত শুই পৰা অৱস্থাত আমি দেখা পাওঁ নায়ক ৰাম বীৰ শ্ৰেষ্ঠ হলেও বনবাসৰ পৰা ঘূৰি আহি ৰাজপাত লৈছে বনবাসৰ কঠোৰ ক্লান্তি আৰু অৱসাদ তেওঁত বৰ্ত্তমান। গতিকে তাক করুণ ৰসে প্ৰাধান্য পোৱা কথা অনুমান কৰিব পাৰি।

ভাৰবিৰ কাব্যৰ নায়িকা হল দ্ৰৌপদী ৰাজনন্দিনী, বনবাসৰ দুখৰ মাজতো পাতিসকলৰ অনুগতা সুখ দুখৰ সহভাগিনী গতিকে ক্ষত্ৰিয় কুলজা দ্ৰৌপদীক প্ৰথম সৰ্গতে বনেচৰৰ গুপ্ত বাৰ্ত্তাশুনি উত্তেজিতা হোৱা দেখিলে ভাৰবিৰ কাব্যত বীৰৰসে যে প্ৰাধান্য পাব এই কথা সহজে বুজিব পাৰি।

কাব্যৰ আৰম্ভনিতে দ্বৈতবনত ব্ৰহ্মচাৰী বেশী চোৰাং চোৱা বনেচৰে যুধিষ্ঠিৰৰ আগত দুৰ্যোধনে ভূমণ্ডল আয়ত্ত কৰিছে এনেকুৱা অপ্ৰিয় বাক্য নিবেদন কৰিবলৈও মনত দুখ পোৱা নাই আৰু সৌষ্ঠব তথা ঔদাৰ্য্যযুক্ত আৰু প্ৰমাণৰ দ্বাৰা অৰ্থ নিৰ্ণীত হৈছে। এনেকুৱা কথা নিবেদন কৰি যথাৰ্থ কৰ্ত্তব্যজ্ঞানৰ পৰিচয় দিছে (স সৌষ্ঠবৌ কাৰ্য্য বিশেষ শালিনীং বিনিশ্চিতাৰ্থমিতি বাচ মাদদৌ) তথাপি সবিনয়ে কৈছে হিত অথচ মনোহৰ এনেকুৱা কথা দুৰ্লভ হিতং মনোহাৰী চ দুৰ্ল্লভং বচ।

ৰজামন্ত্ৰীৰ কৰ্ত্তব্যৰ বিষয়ে কৈছে যি মন্ত্ৰীয়ে ৰজাক সজ উপদিশ নিদিয়ে সি কুমন্ত্ৰী আৰু যি প্ৰভুৰ হিতকামী মন্ত্ৰৰ বাক্য নলয় তেও কুৎসিৎ প্ৰভু এনেকুৱা নীতি বাক্যৰ সন্নিবেশ কৰিছে বনেচৰৰ কথাত। প্ৰজাসকলক সন্তুষ্ট কৰিবলৈ দুৰ্যোধনে কোৱা ৰাজ্যশাসন ব্যৱস্থাও অনুপম।

যুধিষ্ঠিৰৰ মুখে দুৰ্যোধনৰ ৰাজ্য শাসনৰ নীতি শুনি দ্ৰৌপদীয়ে যুদ্ধৰ বাবে যুধিষ্ঠিৰক উত্তেজিত কৰা কথাৰ মাজত সুন্দৰ ৰাজনীতি আৰু ব্যৱহাৰিক জ্ঞানৰ পৰিচয় ফুটি ওলাইছিল। যুধিষ্ঠিৰৰ উদ্দেশ্য দ্ৰৌপদীয়ে কোৱা কেইষাৰিমান কথা হ'ল

অমৰ্ষশূন্যস্যজনস্য জণ্ডনা ন জাত হাদ্দেৰ্ন ন বিদ্বিষাদৰা—যি মানুহ কোপশূন্য সি যিত্ৰ হলেও তাক কোনোৱে আদৰ নকৰে বিভিন্নৰূপা খলু চিত্তবৃত্তয়া—"চিত্তবৃত্তি বোৰ প্ৰত্যেকৰে বেলেগ বেলেগ।"

অৰিষু হি বিজয়াৰ্থিনঃ ক্ষিতীশা বিদধতি
সোপাধিসন্ধি দূষনানি ঃ—

বিজয়াৰ্থী ৰজাসকলে শত্ৰুজয়ৰ কাৰণে ছল অৱলম্বন কৰি কোনো ত্ৰুটি উলিয়াই সন্ধি সৰ্ত্ত বিচ্ছিন্ন কৰে।

"ললিত লবঙ্গলতা পৰিশীলন কোমল মলয় সমীৰে
মধুকৰ নিকৰ কৰম্বিত কোকিল কুজিত
কুঞ্জী কুটীৰে।

আদি জয়দেবৰ অনুপ্ৰাসযুক্ত গীতিময় কাব্য ভাববিয়ে ৰটনা কৰা নাই যদিও "সহসা বি দধিত ন ক্ৰিয়াম অবিযেত পৰমা পদ পদম আদি নীতিকথা ভাববিৰ ৰাহিৰ আন কবিয়ে সংস্কৃত সাহিত্য ভাণ্ডাৰত গচ্ছিত কৰি থৈ যাব পৰা নাই।

# জ্যোতিষ সাহিত্য

দ্যুতেৰিসিন্নাদেশ্চ জঃ ইতি উণাদি সূত্ৰৰ দ্বাৰা জলতি কাৰ্য্যৰ দ্যুতি ধাতুৰ উত্তৰ ইসিন্ প্ৰত্যয় যোগত ঈকাৰৰ ঠাইত জকাৰ আদেশত ওপৰৈ 'জ্যোতিঃ' এই শব্দ উৎপন্ন হৈছে। যাৰ অৰ্থ হল প্ৰকাশিত গ্ৰহ নক্ষত্ৰাদিৰ নিৰ্দেশ। এনেদৰে সূৰ্য্যাদি গ্ৰহ আৰু অশ্বিনী আদি নক্ষত্ৰৰ গণিত ফলৰূপে যি বিষয়ৰ নিৰূপণ বুজা যায় সেই শাস্ত্ৰৰ নাম জ্যোতিষ। জ্যোতিষ শব্দও "অধিকৃত্য কৃতে গ্ৰন্থে" এই পানিনীয়ে সূত্ৰোৰ অহ প্ৰত্যয় যোগ কৰি সিদ্ধ হৈছে। এই শব্দকৈ ভাৰতীয় জ্যোতিৰ্বিজ্ঞানাৰ্থত যোগৰূঢ় হৈ প্ৰখ্যাত হৈছে। নাইবা "জ্যোতিষেৰ জ্যোতিষম" —যি বিদ্যাই সূৰ্য্যাদি গ্ৰহ সকলৰ, অশ্বিনী আদি নক্ষত্ৰ বিলাকৰ জ্যোতিৰ ফল নিৰ্দ্দেশক সেয়ে জ্যোতিৰ্বিদ্যা।

জ্যোতিৰ্বিদ্যাৰ জন্মস্থান যে ভাৰতবৰ্ষ তাত সন্দেহ নাই। ভাৰতীয় বৈদিক ঋষি সকলে ৰূপময় প্ৰাকৃতিক শান্ত পৰিবেশত ৰাতি আকাশত অফুৰন্ত হীৰক প্ৰভাৱ ভিতৰত গ্ৰহ বিচৰণ মাধুৰ্য্য দেখি ভাববিহ্বল হৈ ঋক্ সূত্ৰত ৰচনা কৰিছিল সেই নক্ষত্ৰবোৰ—যি বিলাক ওপৰত অৱস্থিত হৈ ৰাতি দেখিবলৈ পোৱা যায় সেইবোৰ দিনত কলৈ যায়? অন্তৰীক্ষত চন্দ্ৰই স্নিগ্ধ কিৰণ দান কৰি আকাশত ধাবমান হয়—যি তাৰ কালৈ চন্দ্ৰ আকি গৈ সাতাইশ বা আঠাইশ দিনত পুনঃ আকৌ তালৈকে আহে ইত্যাদি নানা প্ৰশ্নৰ অৱতৰণৰ ফলস্বৰূপ জ্যোতিৰ্বিদ্যাৰ বীজ ঋষিসকলৰ হৃদয়ত অঙ্কুৰিত হৈছিল--তাৰ পৰা এই জ্ঞানবীজ ঋগ্‌বেদত বপন কৰা হৈছিল। ঋগ্‌বেদত জ্যোতিৰ্বিদ্যাৰ বীজ অঙ্কুৰিত হৈ চতুৰ্বেদ, সংহিতা, বৈদিক যজ্ঞকাৰ্যনিৰূপক ব্ৰাহ্মণশাস্ত্ৰ, উপনিষদ, সঙ্গীতশাস্ত্ৰ, চিকিৎসা বিজ্ঞান, জ্যোতিৰ্বিজ্ঞান প্ৰভৃতিত পল্লবিত পুষ্পিত বৃহৎ জ্যোতিষ গ্ৰন্থত পৰিণত হল—আৰু তাৰ ছায়াতলত ঋষিসকলে সিবিলাকৰ তাৰাক্ষেত্ৰ ৰচনা কৰিছিল। বৈদিক ঋষিসকলে বেদৰ ভিতৰত যি বীজ বপন কৰিছিল সেই বীজৰ অঙ্কুৰৰ পৰা কালৰ গতিৰ লগে লগে মহীৰুহত পৰিণত হৈ নতুন নতুন বীজ উৎপন্ন কৰি ভাৰতবৰ্ষত বিস্তৃতি লাভ কৰিছিল।

ভাৰতত জ্যোতিৰ্বিদ্যাৰ উৎপত্তি কাল ঋগ্‌বেদ ৰচনা কল। ঋগ্‌বেদ যিমান পুৰণি জ্যোতিৰ্বিদ্যাও সিমান পুৰণি। বৈদিক যুগত প্ৰতি ঋতুত, প্ৰতি অয়নত

বছৰ দিন ধৰি যজ্ঞ প্ৰচলিত আছিল। ঋষিসকলে স্থূলভাবে অয়নচলনৰ দ্বাৰা ঋতুৰ পৰিবৰ্ত্তন দেখিবলৈ পাই যজ্ঞকালৰ ঐক্য ৰক্ষাৰ কাৰণে মধু, মাধব প্ৰভৃতি ঋতুনিষ্ঠ মাহ, শিশিৰ বসন্ত প্ৰভৃতি ঋতুনিষ্ঠ বৰ্ষ গণনা স্থূলভাবে কৰিছিল। অয়ন চলন জ্ঞান যে বৈদিক ঋষিসকলৰ আছিল তাক ঋগ্‌বেদৰ পৰা বুজা যায়—যেনে "অয়নমাপো অয়নম্ ইচ্ছমনাহ"। বেদত এনেদৰে কোৱা হৈছে যে অদিতি যে যজ্ঞৰ আৰম্ভ আৰু সমাপ্তি অদিতিতে হয়। বৰ্ষাৰম্ভ আৰু সমাপ্তি পূৰ্ণবসু নক্ষত্ৰৰ দেবতা ( অধিপতি ) অদিতিত যেহেতু হয় সেইকাল অদিতিকাল। কৃতযুগ ফলে সত্যযুগ—এনেদৰে জ্যোতিৰ্বীজ ঋগ্‌বেদত বপন কৰা হৈছিল। অয়ন গণনা অৱলম্বন কৰি ভাৰতীয় জ্যোতিষৰ কাল ৬,৫০০ খৃষ্ট পূৰ্ব্বাব্দ বুলি ধৰিব পাৰি।

জ্যোতিষশাস্ত্ৰ প্ৰবৰ্ত্তক ঋষি ওঠৰ জন। যেনে সূৰ্য্য, ব্ৰহ্ম, ব্যাস, বশিষ্ঠ, অত্ৰি, পৰাশৰ, কাশ্যপ, নাৰদ, গৰ্গ, মৰীচি, মনু, অঙ্গিৰা, লোমশ, পৌলিশ, চ্যৱন, যবন, ভৃগু, শৌণক—এই ঋষিবিলাকৰ ভিতৰত বহুততে অবদান জ্যোতিষ শাস্ত্ৰ এতিয়া পোৱা নাযায়।

এই বিৰাট মহীৰূহ জ্যোতিষৰ স্কন্ধ ( মূল শাখা ) তিনিটা সিদ্ধান্ত, সংহিতা, হোৰা।

"সিদ্ধান্ত সংহিতা হোৰা ৰূপ স্কন্ধ এতাত্মকম্।
বেদস্য নিৰ্মলং চক্ষুঃ জ্যোতিঃ শাস্ত্ৰ মকান্মষম্।"

এই তিনিটা মূল শাখাৰ পৰা সৰু সৰু ডাল আদি অসংখ্য জ্যোতিষ গ্ৰন্থ ৰচিত হৈছে।

**সিদ্ধান্ত স্কন্ধ**—"সূচ্যা বিদ্ধে পদ্মপত্ৰে ক্ৰতিৰিত্যভিধীয়তে"—পদুমৰ পাত ৰথী বেজিৰে বিন্ধাত যিমান সময় লাগে তাক ক্ৰতি বোলে। ক্ৰতি অমূৰ্ত্ত কাল। এই ক্ৰতিকে আৰম্ভ কৰি প্ৰলয় কাল পৰ্য্যন্ত গণনা, কাল মানৰ প্ৰভেদ, গ্ৰহসকলৰ চাৰ, পাটীগণিত আৰু বীজগণিত এই দুই প্ৰকাৰৰ গণিত—দিক্-দেশ-কাল বিষয়ক প্ৰশ্ন আৰু তাৰ উত্তৰ পৃথিবী, নক্ষত্ৰ, গ্ৰহসকলৰ সংস্থিতি ফল, গ্ৰহবেধ উপযোগী যন্ত্ৰাদিৰ বিষয়ে যত কোৱা হৈছে সেয়ে সিদ্ধান্ত স্কন্ধ।

**সংহিতা স্কন্ধ**—ৰবি আদি গ্ৰহসকলৰ চাৰ, স্বিবিলাকত স্বিবিলাকৰ প্ৰকৃতি বিকৃতি-প্ৰমাণ, বৰ্ণ, কিৰণ, সংস্থান, অস্তমন, উদয়, মাৰ্গ, মাৰ্গান্তৰ, বক্ৰানু বক্ৰৰ্ফ গ্ৰহ সমাগম, চাৰ আদিৰ ফল, কুৰ্মচক্ৰৰ নক্ষত্ৰানুসৰি দিক্ দেশত অগস্ত্য-চাৰ, সপ্তৰ্ষিচাৰ, গ্ৰহভুক্তি, নক্ষত্ৰব্যূহ গ্ৰহশৃঙ্গাটক, গ্ৰহযুদ্ধ, গ্ৰহসমাগম, গ্ৰহবৰ্ষফল,

গৰ্ভলক্ষণ, ৰোহিনী স্বাত্যাষাঢ়ী যোগ, সদ্যোবৰ্ষ, কুসুমলতা, পৰিধি পৰিবেষ, পৰিঘ, পবন, উল্কা, দিগ্‌দাহ, ক্ষিতীচলন, সন্ধ্যাৰাগ, গন্ধৰ্বনগৰ, বজ্র, নিৰ্ঘাত, অৰ্দ্ধকাণ্ড, শস্যজন্ম, ইন্দ্ৰধ্বজ, ইন্দ্ৰচাপ, বাস্তুবিদ্যা, অঙ্গবিদ্যা, বায়সবিদ্যা, অণ্ডৰ-বক্র-মৃগচক্র, অশ্বচক্র, বাতচক্র, প্ৰাসাদ লক্ষণ, প্ৰতিমা লক্ষণ, প্ৰতিমা স্থাপন, বৃক্ষ, আয়ুৰ্বেদ, খঞ্জন, উৎপাত শান্তি, ময়ুৰ-চিত্ৰক, ঘৃতকম্বল খড়্গপট্ট, কুক্কবাকু, কূৰ্ম্মগজাশ্বেড, পুৰুষ-স্ত্ৰী লক্ষণ, দক্ষিণান্তঃ পুৰ চিন্তা, পিটক লক্ষণ, পাতচ্ছেদ, বস্ত্ৰচ্ছেদ, চামৰ দণ্ড শয়নাসন লক্ষণ, ৰত্ন পৰীক্ষা, দীপলক্ষণ, দণ্ডকাষ্ঠক আশ্ৰয় কৰি শুভাশুভ নিমিত্ত আদিৰ বিষয়ে য'ত বৰ্ণনা আছে সেয়ে সংহিতা স্কন্ধ।

**হোৰা স্কন্ধ**—হোৰা শাস্ত্ৰত ৰাশি, হোৰা, দ্ৰেক্কাণ, নবাংশ, দ্বাদশাংশ, ত্ৰিংশাংশ, বলাবল, পৰিগ্ৰহ, গ্ৰহসকলৰ দিক্‌স্থান কাল চেষ্টাৰ পৰা অনেক বল নিৰ্দ্ধাৰণ, ধাতু, দ্ৰব্য, জাতি, চেষ্টা পৰিগ্ৰহ, নিষেক, কৰ্মকাল, বিস্মাপন, প্ৰত্যয়াদেশ, সদ্যোমৰণ, আয়ুৰ্দ্দায়, দশান্তৰ্দ্দশা, অষ্টকবৰ্গ, ৰাজযোগ, চন্দ্ৰযোগ, দ্বিগ্ৰহাদিযোগ, নাভসাদি যোগ ফলক আশ্ৰয় কৰি ভাৱাবলোকন নিৰ্বাণ, তৎকাল প্ৰশ্ন, শুভাশুভ নিমিত্ত, বিবাহাদি কাৰ্যৰ য'ত বৰ্ণনা আছে সেয়ে হোৰা স্কন্ধ।

'বেদোঽখিলো ধৰ্মমূলম্' (মনু)। দ্বিজাতিসকলে বেদ অধ্যয়ন কৰা অৱশ্য কৰ্ত্তব্য। বেদত প্ৰবেশ কৰিবলৈ বেদৰ ষড়ঙ্গৰ অধ্যয়ন কৰিব লাগে। বেদৰ ছয় অঙ্গ হল—শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, ছন্দ, জ্যোতিষ বুলি মণ্ডুকোপনিষদত কৈছে। ছন্দ বেদৰ পদ, কল্প হাত, নিৰুক্ত কাণ, শিক্ষা নাক, ব্যাকৰণ মুখ। জ্যোতিৰ্বিজ্ঞান বেদৰ দীপ্তি কাৰণে বেদৰ চকু। ভাস্কৰাচাৰ্য্যই কৈছে—

বেদশ্চক্ষুঃ কিলেদং স্মৃতঃ জ্যোতিষং মুখ্যতা চাঙ্গ মধ্যে তেনোচ্যতে।
সংযুক্তোঽপি ইতৰৈঃ কৰ্ণনাসাদিভিশ্চক্ষুসাঙ্গেন হীনো ন কিঞ্চিৎ কৰ।
হাত ভৰি আদি অঙ্গ বিশিষ্ট চক্ষুহীন মানুহ কোনো কামৰ লায়ক নহয়।

যজ্ঞ কাল নিৰূপণৰ কাৰণে, কালবোধ জ্যোতিষৰ পৰা হয় গতিকে বেদযুগত বেদাঙ্গ জ্যোতিষ ৰচিত হৈছিল—

"বেদাস্তাবদ্ যজ্ঞকাল প্ৰবৃত্তাঃ যজ্ঞাঃ প্ৰোক্তাস্তেতু কালাশ্ৰয়েণ।
শাস্ত্ৰাদস্মাৎ কালবোধঃ যতঃ স্যাৎ বেদাঙ্গত্বং জ্যোতিষস্যোক্তমস্মাৎ ॥"

বেদোক্ত যজ্ঞাদি সম্পন্ন কৰিবলৈ কালৰ প্ৰয়োজন। কালত এটা আহুতি দিলে যি ফল হয়, অকালত লক্ষকোটি আহুতি দিলেও সেই ফল নহয়। জ্যোতিষ

অবিহনে নক্ষত্ৰাদিৰ শুদ্ধকাল জনা নেযায়। নক্ষত্ৰাদিৰ শুদ্ধাত্মক জ্ঞান বিনে যি কোনো যজ্ঞাদি কৰা হয়, সেই কৰ্ম্ম দোষণীয় বুলি শ্ৰুতিয়ে কৈছে।—

তে অসুৰা অবজ্ঞা অদক্ষিণা অনক্ষত্ৰাঃ
যশ্চ কিঞ্চাকুৰ্ব্বত তাং কৃত্যামেবাংকুৰ্ব্বত।

তৈত্তিৰীয় ব্ৰাহ্মণ, ঐতৰেয় ব্ৰাহ্মণ আদিত সত্যাদিযুগ বৰ্ণনা পোৱা যায়। যজুৰ্ব্বেদত সংবৎসৰৰ পঞ্চভেদ বৰ্ণনা আছে, যেনে 'সম্বৎসৰোঽসি পৰিবৎসৰোঽসী দ্বাবৎসৰোঽসী দ্বৎসৰোসী বৎসৰোঽসী।'

চন্দ্ৰৰ দ্বাদশ মাহৰ লগত ত্ৰয়োদশ মাহৰ বৰ্ণনা আছে ঋগ্‌বেদত—"বেদমাসোধৃত ব্ৰতে দ্বাদশ প্ৰজাবতঃ। যদা য উপজায়তে", যজুৰ্ব্বেদতো ত্ৰয়োদশ মাস বিষয়ে কৈছে—"ত্ৰয়োদশভিৰস্তু মতমাসাঃ।" সেইদৰে ষড় ঋতু, মল মাস বিষয়ে যজুৰ্ব্বেদত কৈছে—"ষড়্বা ঋতবঃ সম্বৎসৰঃ, দ্বাদশ মাসাবৎসৰঃ, ত্ৰয়োদশ মাসঃ সম্বৎসৰঃ।" —জ্যোতিষে স্বাহা স্বাহা ৺বৃহস্পতয়ে স্বাহা।

ঐতৰেয় ব্ৰাহ্মণত ত্ৰয়োদশ মাস ( মল মাস )ত শুভ কাৰ্য নিষেধ কৰিছে। —তং ত্ৰয়োদশ মাসাদক্ৰীনং তস্মাৎ ত্ৰয়োদশ মাসো না না বিদ্যতে। অহোৰাত্ৰ বৰ্ণনা আৰু অহোৰাত্ৰ সংখ্যা ঋগ্‌বেদত আছে—"ততো ৰাত্ৰ্যজায়ত ততঃ সমুদ্ৰাৰ্ণবাদধি সম্বৎসৰো অহোৰাত্ৰাণি বিদধদ্বিশ্বস্য মিষতোবশী।" দ্বাদশ প্ৰধয়শ্চক্ৰ মেকং ত্ৰীণি নাভ্যানি ক উতচ্চিকেত। তস্মিন্ সাকং ত্ৰিংশতা ন শঙ্কবোঽৰ্পি দৃষ্টিৰ্ণ চলা চলাস।

তৈত্তিৰীয় ব্ৰাহ্মণত তিথি বৰ্ণনা আছে—"চন্দ্ৰম বৈ পঞ্চদশং। এষহি পঞ্চদশ্যাম পক্ষীয়তো পঞ্চদশ্যামুপূৰ্যতে। দ্বাদশ পৌৰ্ণমাস্যঃ দ্বাদশাষ্টকা দ্বাদশামাবস্যাঃ।

অথৰ্ববেদত সপ্তবিংশতি নক্ষত্ৰৰ নাম আৰু সিবিলাকত কৃত্য বিষয়ে পোৱা যায়,—তৈত্তিৰীয় ব্ৰাহ্মণত নক্ষত্ৰসকলৰ অধিষ্ঠাত্ৰী দেৱতা নিৰ্দ্দেশ তৃতীয়াষ্টকৰ প্ৰথম প্ৰপাঠকৰ প্ৰথম, দ্বিতীয় অনুবাকত বিশদৰূপে বৰ্ণনা কৰা আছে। "অগ্নিৰ্ণঃ পাতু কৃত্তিকা আৰ্দ্ৰ'য়া' ৰুদ্ৰঃ প্ৰথমাণি এতি…. …

নক্ষত্ৰজ কুফলৰ প্ৰশমনৰ কাৰণে অথৰ্ব্ববেদত প্ৰাৰ্থনা মন্ত্ৰ দেখা যায়। কুনক্ষত্ৰত যাগ যজ্ঞাদি কৰিলে সেই কৰ্ম্ম দোষাবহ আৰু পাপকৰ হয় বুলি অভিহিত কৰিছে।

তৈত্তিৰীয় ব্ৰাহ্মণত ৰোহিণী নক্ষত্ৰত যজনাদি কৰিলে শুভ হয় বুলি কৈছে। "ৰোহিণ্যামগ্নিমস্তজং….পুনৰ্ব্বস্বোঃ অগ্নিমাদধীত। পূৰ্ব্বয়োঃ ফল্গুন্যোৰগ্নিমাদধীত….।

পৌষ্ণে ব্যবস্যতি মৈত্ৰ্যে কৃষ্যন্তে। বৰুণেন বিধৃতা অসতে ক্ষত্ৰেপ্ৰতেম পাচয়ন্তে। আদিত্যে নাধতে ইত্যাদিৰ দ্বাৰা নক্ষত্ৰত কৰণীয় কাৰ্যৰ বিষয়ে কৈছে।

নক্ষত্ৰ বিহিত বিবাহত গো গ্ৰহণ বিষয়ে ঋগ্বেদত কৈছে মঘা নক্ষত্ৰত যজ্ঞৰ কাৰণে গোদোহন, ফল্গুনী ( পূৰ্ব্ব ফল্গুনী আৰু উত্তৰ ফল্গুনী ) হাল বোৱাৰ কাৰণে শুভ। ৰোহিনী, মৃগশিৰা, উত্তৰ ফল্গুনী, স্বাতী এই নক্ষত্ৰ কেইটা বিবাহ বিষয়ত শুভ আৰু বিহিত নক্ষত্ৰ।

অথৰ্ব্ব বেদত গণ্ডান্ত নক্ষত্ৰান্তৰ্গত জ্যেষ্ঠা, মূলা নক্ষত্ৰত জাত শিশুৰ গণ্ডৰিষ্ট শান্তিৰ কাৰণে অগ্নি প্ৰভৃতি দেৱতাৰ প্ৰাৰ্থনা মন্ত্ৰ, সেইদৰে গ্ৰহশান্তি প্ৰাৰ্থনাও দিয়া আছে—

"শন্নো গ্ৰহাশ্চান্দ্ৰমসাঃ সমাদিতাশ্চ ৰাহুনা
শন্নো ধূম নেত শংৰুদ্ৰাস্তিগ্ম তেজসঃ।"

তৈত্তিৰীয় আৰণ্যকৰ প্ৰথম প্ৰপাঠকত কৈছে যজ্ঞকাল সিদ্ধিৰ কাৰণে জ্যোতিষৰ আবশ্যক হয়। "সম্বৎসৰমেতদ্ব্ৰতঞ্চৰেৎ"—এবছৰ কাল এই ব্ৰত আচৰণ কৰিব— "সম্বৎসৰ মুখ্যভূতা উখা অৰ্থাৎ উখাস্থিত অগ্নি সম্বৎসৰ কাল ধাৰণ কৰিব"। "বসন্তে ব্ৰাহ্মণোঽগ্নিমাদধীত গ্ৰীষ্মে ৰাজন্য" ইত্যাদিৰপৰা ঋতুজ্ঞান বৈদিক যুগত আছিল বুলি জনা যায়।

তৈত্তিৰীয় সংহিতাত দৰ্শ পূৰ্ণমাস আদি যাগৰ প্ৰসঙ্গত কৈছে—স্বৰ্গলাভৰ কাৰণে দৰ্শ আৰু পূৰ্ণিমাস যজ্ঞ কৰিব।—"স্বৰ্গাৎ হি লোকায় দৰ্শ পূৰ্ণমাসা বিজ্যতে। ইজ্যেতে স্বৰ্গলোকায় দৰ্শাদৰ্শৌ যথা তথা।"

একাদশ খৃষ্টাব্দত ভাস্কৰাচাৰ্য্যই মাধ্যাকৰ্ষণ শক্তি আবিষ্কাৰ কৰিছিল তাৰ কেবাশ বছৰ পিচতহে নিউটনে মাধ্যাকৰ্ষণ শক্তিৰ অনুভৱ কৰিছিল। পৃথিবীৰ এটা আকৰ্ষণ শক্তি আছে—যাৰ ফলত শূন্যত থকা গধুৰ বস্তু পৃথিবীলৈ টানি আনে। নিজৰ নিজৰ শক্তিৰে ইমান ওপৰত থকা গ্ৰহ নক্ষত্ৰাদি সকলোৰে পৰস্পৰৰ সমান আকৰ্ষণ শক্তিৰ ফলত এই পৃথিবী মহাশূন্যত কত পৰি যাব ?

"আকৃষ্টি শক্তিশ্চ মহীতয়াযৎ খস্থঃ গুৰুং স্বাভিমুখঃ স্ব শক্ত্যা
আকৃষ্যতে তৎ পততীব জাতি সমে সমন্তাৎ ক্ব পতত্বিয়ং খে।

গণিত জ্যোতিষত সঞ্চৰণশীল গ্ৰহসকলৰ স্থান নিৰ্ণয়ৰ বাবে আৰু কক্ষা পৰিমাণ নিৰ্ণয়ৰ কাৰণে গ্ৰহ গণিতৰ উপপত্তিৰ সূত্ৰবোৰ সন্নিবিষ্ট কৰা হৈছে। গণিত-জ্যোতিষ সিদ্ধান্ত আৰু কৰণ এই দুভাগত বিভক্ত। সিদ্ধান্ত জ্যোতিষত

গ্ৰহসকলৰ গতিবিধি গণনাত গণিতৰ প্ৰমাণ সূত্ৰবোৰ চিত্ৰ আছে। কৰণ জ্যোতিষত সিদ্ধান্ত শাস্ত্ৰৰ ছায়া অৱলম্বন কৰি জ্যোতিষীসকলৰ সহজ বোধৰ কাৰণে সাৰণী বিৰচিত হৈছে। কৰণ জ্যোতিষত গ্ৰহ গণনাৰ উপপত্তি নাই, গ্ৰহ গণিত সূত্ৰাদিহে আছে।

সিদ্ধান্ত শাস্ত্ৰত যন্ত্ৰাধ্যায় এটা আছে—যত গ্ৰহবেধ আদিৰ কাৰণে আৰু সময়াদি নিৰূপণৰ কাৰণে যন্ত্ৰৰ বিষয়ে জনা যায়। পৃথিৱী, নক্ষত্ৰ, গ্ৰহৰ সংস্থান, মান প্ৰতিপাদনৰ কাৰণে গোল যন্ত্ৰৰ আৱশ্যক হয়। সময় নিৰূপণৰ বাবে ঘটিকা যন্ত্ৰ, লগ্ন মানাদি স্থিৰীকৰণৰ বাবে শঙ্কু যন্ত্ৰ, ফলক যন্ত্ৰ, গ্ৰহবেধৰ কাৰণে যষ্টী যন্ত্ৰ, ধী যন্ত্ৰ, স্বয়ংবহ যন্ত্ৰ আদি বাঁহ, কাঠ, লো তাম আদিৰে নিৰ্মাণ কৰা হৈছিল।

**বেদাঙ্গ জ্যোতিষ**—প্ৰত্যেক বেদৰে বেলেগ বেলেগ কেবল সূত্ৰ (কল্প) আৰু সেই সেই শাখাৰ ব্ৰাহ্মণে সেইবোৰ পঢ়ে। কল্পৰ বাহিৰে বাকী পাঁচ অঙ্গ সকলোৰে একে। আৰু তাৰ পঠন পাঠনৰ প্ৰচাৰ কেবল ঋগ্বেদীয় সকলৰ ভিতৰত আছে। আন বেদীয় সকলে নপঢ়ে। বেদাঙ্গ জ্যোতিষ নামে এখন গ্ৰন্থ পোৱা যায়। তাৰ টীকাকাৰ শোভাকৰ।

যি গণিত গ্ৰন্থত সৃষ্ট্যাদিৰ পৰা অভীষ্ট শকলৈ যিমান দিন হয় তাৰ পৰা গ্ৰহ নক্ষত্ৰাদি অনা হয় তাক সিদ্ধান্ত গ্ৰন্থ বোলা হয়। এই অঙ্ক বিৰাট ডাঙৰ হোৱাত যুগাদিৰ পৰা অহৰ্গণ (দিন ছন্দ) আনি তাৰ পৰা পঞ্জিকা গণনা কৰা হৈছিল আৰু সেই পদ্ধতিক তন্ত্ৰ গ্ৰন্থ বোলা হৈছিল। সেই অঙ্কও ডাঙৰ হোৱাত শকাব্দৰ পৰা অহৰ্গণ অনা হৈছিল আৰু সেই পদ্ধতিৰ নামকৰণ গ্ৰন্থ যি শকাব্দত কৰণ গ্ৰন্থ প্ৰণয়ন কৰা হৈছিল সেই শকাব্দৰ পৰা অহৰ্গণ অনা হয়। এই কৰণ গ্ৰন্থ নিজ নিজ দেশৰ অক্ষাংশ, পলভা আদি অবলম্বনত কৰা হৈছিল। প্ৰাচীন কামৰূপতো সেইদৰে খণ্ড সাধ্য ৰচনা হৈছিল আৰু সময়ে সময়ে সংশোধন কৰা হৈছিল। খণ্ড সাধ্যৰ "শকং নিঃসাৰ্য্য মুনি বসু বাণং বিহীন্যাং....." পৰা জনা যায়।

অতি পুৰণি কালত সৃষ্টিৰ আদি দিনৰ পৰা আৰম্ভ কৰি গতদিন সংখ্যা উলিয়াই পঞ্জিকা গণনা কৰা হৈছিল। সেই গণনা কৰা হৈছিল সিদ্ধান্ত শাস্ত্ৰৰ সহায়ত। কালক্ৰমত সেই সংখ্যা বৰ ডাঙৰ হোৱাত যুগাদিৰ আৰম্ভ কৰি গতদিন লৈ পঞ্জিকা গণনা কৰা হৈছিল, সেই গণনা কৰা গ্ৰন্থক 'তন্ত্ৰ' বোলা হৈছিল।

সেই দিন সংখ্যাও অতি ডাঙৰ হোৱাত শকাব্দক আৰম্ভ কৰি গত দিন লৈ গণনা পদ্ধতি প্ৰচলিত হয় আৰু সেই গ্ৰন্থবোৰক 'কৰণ গ্ৰন্থ' বোলে। বিভিন্ন প্ৰান্তত নিজ দেশীয় অক্ষাংশ পলভা আদি লৈ বিভিন্ন কৰণ গ্ৰন্থ প্ৰচলিত হয়। কামৰূপৰ উপযোগীকৈ 'খণ্ড সাধ্য' ৰচনা কৰা হৈছিল ৫৮৭ শকাব্দ ( ৬৩৫ খৃষ্টাব্দত ) যি শকাব্দত কৰণ গ্ৰন্থ কৰা হয় সেই শকাব্দটো বৰ্তমান শকাব্দৰ পৰা বিয়োগ দি অহৰ্গণ ( অহঃ+গণ ) বা দিন সমষ্টি উলিয়াই তাৰ পৰা গ্ৰহ, তিথি, নক্ষত্ৰ গণনা কৰা হয়। যেহেতু খণ্ড সাধ্যৰ এই ধ্ৰুবাঙ্ক "মুনি বসু বাণ" ( ৫৮৭ ) গতিকে ই ৫৮৭ শক ( ৬৩৫ খৃষ্টাব্দ )ত ৰচিত হৈছিল। এনেদৰে ( গ্ৰহ লাঘৱ ) আদি কৰণ গ্ৰন্থও একে নিয়মেই কৰা। মহাৰাজ নৰনাৰায়ণৰ ৰাজত্ব কালত "শুনিয়ে শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা। জ্যোতিষ ভাঙিয়া তুমি খণ্ড সাধ্য কৰা"— দৰঙী ৰাজ বংশাবলীৰ এই পদটোৰ পৰা শ্ৰীধৰক জ্যোতিষ ভাঙি খণ্ড সাধ্য ৰচনা কৰিবলৈ দিয়া হৈছিল। নৰনাৰায়ণৰ ৰাজত্বকাল দ্বাদশ শতাব্দীত গতিকে শ্ৰীধৰে ৰজাৰ আদেশত খণ্ড সাধ্যৰ প্ৰয়োজনীয় সংস্কাৰহে কৰিছিল আৰু তাত সন্দেহ নাই। খণ্ড সাধ্যৰ ৰবি মন্দ সাধনত পোৱা যায়—"ভবেদ্ৰবিৰ্মন্দো মিহিৰ ভাষিতঃ"। গতিকে গ্ৰন্থকাৰ মিহিৰ বুলি যদিও কোৱা হৈছে ইয়াতো সন্দেহৰ অবকাশ এটা আছে। যেহেতু মিহিৰ উজ্জয়িনীৰ বিক্ৰমাদিত্যৰ ৰাজ সভাৰ "নৱৰত্নৰ" ভিতৰত এজন আছিল, কামৰূপৰ উপযোগীকৈ গ্ৰন্থ ৰচনা কৰিবলৈ তেওঁৰ কোনো কাৰণ নাছিল। কামৰূপীয় স্বতন্ত্ৰ লগ্ন মানতো পোৱা যায় 'লগ্ন প্ৰমাণং খলু কামৰূপে'। তদুপৰি মিহিৰ কৃত কোনো কৰণ গ্ৰন্থৰ উল্লেখ কতো পোৱা নাযায়—মিহিৰৰ "ষট্‌পঞ্চশিকা" নামে প্ৰশ্ন গণনাৰ কিতাপ এখনহে বৰ্ত্তমানে পোৱা যায়—গতিকে গ্ৰন্থ গৌৰব বৃদ্ধিৰ কাৰণে মিহিৰ ( সূৰ্য্য ) ৰচিত বুলি খণ্ড সাধ্যত উল্লেখ আছে। সেইদৰে "অতীব যত্নামিহিৰেণ সা কৃতা" বুলি কামৰূপত চিৰ প্ৰচলিত "জ্যোতিষ ৰত্নমালা"ৰ গ্ৰন্থকাৰ মিহিৰ বুলি কোৱা হৈছে।

৬,৫০০ খৃষ্ট পূৰ্ব চনতে জ্যোতিষৰ বীজ বপণ কৰা হৈছিল। তাৰ পিচত বেদান্তৰ্গত ক্ৰিয়াকাণ্ডৰ শাস্ত্ৰ ব্ৰাহ্মণ, পুৰাণ, সামাজিক ব্যৱস্থাৰ নিয়ামক স্মৃতি শাস্ত্ৰৰ ভিতৰত গ্ৰহ-নক্ষত্ৰাদিয়ে স্থান অধিকাৰ কৰিলে।

ব্ৰাহ্মণ গ্ৰন্থসমূহ ৰচনাৰ আগতে জ্যোতিষৰ প্ৰাচীনত্ব সম্বন্ধে দুই এটা উদাহৰণ তলত দিয়া হল—

বেদৰ ব্ৰাহ্মণ গ্ৰন্থসমূহ ৰচনাৰ বহুকাল আগতে জ্যোতিষ শাস্ত্ৰৰ অত্যন্ত উন্নত অৱস্থা আছিল। ঋক্ আৰু যজুৰ্বেদৰ পৰা বুজা যায় বৈদিক যুগত ঋষিসকলৰ উত্তৰায়ণ আৰু দক্ষিণায়ণৰ জ্ঞান আছিল—

"প্ৰপদ্যেতে শ্ৰবিষ্ঠাদৌ সূৰ্য্যাচন্দ্ৰে মসাবুদক
সৰ্পাৰ্দ্ধে দক্ষিণাৰ্কস্তু মাঘ শ্ৰাৱণয়োঃ সদা। ৬।২।৭

সূৰ্য্য আৰু চন্দ্ৰৰ শ্ৰবিষ্ঠা (শ্ৰবণা) নক্ষত্ৰৰ আদি বিন্দুলৈ আহিলে উত্তৰায়ণ হয়। সেইদৰে সৰ্প (অশ্লেষা) নক্ষত্ৰৰ মধ্যবিন্দুলৈ গলে দক্ষিণায়ণ গতিৰ আৰম্ভ হয়। অৰ্থাৎ সূৰ্য্যৰ উত্তৰায়ণ আৰু দক্ষিণায়ণ সদায় মাঘ আৰু শাওনত হয়।

উত্তৰায়ণৰ পৰা প্ৰতিদিনে পানীৰ এক প্ৰস্থ সমান দিনমান বৃদ্ধি আৰু ৰাতিৰ হ্ৰাস হয়। এনেদৰে এদিনত ৬ মুহূৰ্ত্তমাত্ৰ হ্ৰাস বৃদ্ধি হয়।

ধৰ্মবৃদ্ধিৰ পাং প্ৰস্থঃ ক্ষয়াহ্ৰাস উদগ্ গতৌ
দক্ষিণে তৌ বিপৰ্য্যাসঃ সম্পুৰত্যয়নেন তু। ৭।২।৮

যুগৰ আৰম্ভৰ পৰা পক্ষ সংখ্যাৰ নিৰ্ণয় কৰিব লাগে। দ্বাদশ পক্ষত ৮ নক্ষত্ৰাংশৰ উদয় হয়। কৃষ্ণ পক্ষান্ত হলে প্ৰতিপক্ষত চন্দ্ৰৰ ১১ নক্ষত্ৰাংশৰ উদয় হয়। আৰু চন্দ্ৰৰ পক্ষ শুক্ল হলে তাৰ লগত আৰু আধা নক্ষত্ৰ যোগ কৰিব লাগে—

ভাংশাঃ স্যুৰষ্টকা কাৰ্য্যাঃ পক্ষা দ্বাদশ চোদগতাঃ
একাদশ গুণশ্চেন্দোঃ শুক্লেঽৰ্দ্ধ চৈন্দৱা যদি। ২।১০।১৫

এনেদৰে ঋক্‌বেদ, তৈত্তিৰীয় ব্ৰাহ্মণ, তৈত্তিৰীয় সংহিতা আদিত পোৱা যায়। ইয়াৰ পৰা বুজা যায় ভাৰতীয় ঋষিসকলে অতি প্ৰাচীন কালত অয়ন চলন জানিছিল। জ্যোতিৰ্বিদ্যা গোপথ ব্ৰাহ্মণত (২, ৪, ১০)ত সূৰ্য্য, পৃথ্বী, দিন ৰাতিৰ বিষয়ে কৈছে পুৰস্তাৎ অৰ্থাৎ সন্মুখত থকা কাৰণে সূৰ্য্য উদয় বুলি জনা যায় আৰু এই উদয়কালৰ অন্ত হলে অস্ত হয় আৰু তেতিয়া ৰাতি হয় বুলি মনা গৈছিল। কিন্তু বাস্তবিক কথা হল পৃথিবীয়ে নিজৰ ব্যাসৰ ওপৰত ঘূৰে। ইয়াৰ পৰা যেতিয়া তাৰ আধাভাগ সূৰ্য্যৰ পৰা আঁতৰি যায় অৰ্থাৎ সূৰ্য্য ওপৰত থাকে আৰু বাকী ভূভাগ তললৈ আহে তেতিয়া 'অধস্তাৎ' অৰ্থাৎ পৃথিবীৰ এক ভাগৰ তললৈ আহিলে সূৰ্য্যই তাত ৰাতি উৎপন্ন কৰে আৰু পৃথিবীৰ গতিৰ কাৰণে যেতিয়া সেই ভাগ পুনঃ সন্মুখলৈ আহে তেতিয়া 'পুৰস্তাৎ' পৃথিবীৰ সেই ভাগ সন্মুখলৈ যায় সেই ভাগ দিন হয়। বস্তুতঃ সূৰ্য্য কেতিয়াও

অস্ত নহয় আৰু উদয় নহয় তথা গতিও নকৰে। এনেদৰে তৈত্তিৰীয় ব্ৰাহ্মণ (৩, ৪, ৫৩) সূৰ্য্য, পৃথিবী, দিন আৰু ৰাতিৰ বিষয়ে বৰ্ণনা কৰিছে।

এই সূৰ্য্য কেতিয়াও অস্ত নহয় নাইবা উদয় নহয় (অস্তএব বসন্ত মিথ্যা....) দিন শেষ হোৱাত যেতিয়া সূৰ্য্যাই নিজক অস্ত কৰে তেতিয়া ই অস্ত হোৱা বুলি ভবা হয়। কিন্তু পৃথিবীৰ এক ভাগৰ তললৈ যোৱা কাৰণে সূৰ্য্যাই নিজক অস্ত কৰে। আৰু পৃথিবীৰ গতিৰ কাৰণে যি ভাগ সূৰ্য্যৰ সন্মুখলৈ আহে সেই ভাগত সূৰ্য্যৰ দিন কৰে। অধস্তাৎ অৰ্থাৎ তলত থকা দেশ বিলাক তলত থকা দেশ বিলাক সূৰ্য্যৰ সন্মুখলৈ আহে সেই ভূ-ভাগত সূৰ্য্যাই দিন কৰে। এই বিষয়ে তৈত্তিৰীয় আৰণ্যকৰ প্ৰথম প্ৰপাঠকত প্ৰাস্কী, বৈশম্পায়ন আদি ঋষি সকলৰ মত দিয়া হৈছে—যত আৰোগ্য ভ্ৰাজাদি ভিন ভিন সূৰ্য্যৰ বিষয় বৰ্ণনা আছে যাৰ পৰা জনা যায় অতি প্ৰাচীন কালত ভাৰতীয়সকলৰ গ্ৰহ তাৰা আদিৰ ভেদ আদি জানিছিল।

আদি কবি বাল্মীকিয়ে ৰঘু আৰু ৰামচন্দ্ৰৰ আৰু তেওঁৰ ভায়েক সকলৰ জন্মকালীন গ্ৰহবোৰৰ স্থিতি আৰু সিবিলাকৰ উচ্চাদিৰ কথা আৰু লগ্নৰ ৰাশি আদিৰ বৰ্ণনাৰ পৰা প্ৰমাণ হয় যে ত্ৰেতা যুগত জ্যোতিষ শাস্ত্ৰৰ বহুল উন্নতি হৈছিল। মহাভাৰতৰ যুগততো জ্যোতিষৰ বহুল প্ৰচলনৰ বিষয়ে জনা যায় যে, জ্যোতিষ শাস্ত্ৰ ভাৰতীয়ৰ প্ৰাচীন সম্পত্তি। জ্যোতিষ সম্বন্ধীয় বহু কথা ভাৰতীয়সকলৰ বৈদিক অনুষ্ঠানবোৰৰ অঙ্গ স্বৰূপ আছিল। মহাভাৰতৰ কালত সাধাৰণ মানুহবোৰেও পূৰ্ণৰূপে পৰিচিত আছিল। আদি পৰ্বত ৰজা দ্ৰুপদে নিজ কন্যা দ্ৰৌপদীক উপদেশ দিছিল—যি সম্বন্ধ ৰোহিণী নক্ষত্ৰৰ পৰা, ভদ্ৰাৰ শ্ৰৱণাৰ পৰা আৰু অগস্ত্যৰ বশিষ্ঠৰ পৰা হয় এই ধনিষ্ঠা সম্বন্ধত পতিৰ লগত থাকিব লাগে। এইদৰে মহাযুদ্ধৰ সময়ত ঘোৰ নক্ষত্ৰৰ বৰ্ণনা এনেদৰে কৰিছে—'সূৰ্য্য ৰাহুগ্ৰস্ত হোৱা, শ্বেতগ্ৰহৰ চিত্ৰাক অতিক্ৰমণ কৰা, ধূমকেতু পুষ্যা নক্ষত্ৰত উদয় হোৱা, অঙ্গাৰকৰ মহানক্ষত্ৰৰ বক্ৰগতি, শ্ৰৱণা নক্ষত্ৰত বৃহস্পতিৰ ভগ নক্ষত্ৰক অতিক্ৰমণ কৰি ৰাহুক গ্ৰাস কৰা শুক্ৰৰ পূৰ্ব্ব প্ৰোষ্ঠ পদা নক্ষত্ৰত উদয় হোৱা, শ্বেতগ্ৰহৰ ধূমৰোহিত অগ্নিৰ দৰে চমকপ্ৰদ। ঐন্দ্ৰ নক্ষত্ৰৰ জ্যেষ্ঠালৈ অহা, ধ্ৰুবৰ প্ৰজ্বলিত বেগত বাওফালে যায়। চিত্ৰা আৰু স্বাতীত ক্ৰূৰ গ্ৰহ থকা, বক্ৰ আৰু অনুবক্ৰ গতিৰে অগ্নিৰূপে শ্ৰৱণা ব্ৰহ্ম-ৰাশি নক্ষত্ৰ মণ্ডলত ৰঙা বৰণ হোৱা, ডাঙৰ সপ্তৰ্ষিৰ প্ৰকাশ নষ্ট হোৱা, বৃহস্পতি

আৰু শনিৰ বিশাখা নক্ষত্ৰৰ ওচৰলৈ আহি ওবে বছৰে উদিত হৈ থকা, চতুৰ্দশী, পঞ্চদশী আৰু ভূতপূৰ্ব্বা ষোড়শী তিথিত সূৰ্য্য আৰু চন্দ্ৰ দুয়োৰে গ্ৰহণ হোৱা আৰু উল্কাপাত এইবোৰ জনতাৰ ভয়ঙ্কৰ বিনাশ আৰু ভীষণ বিপত্তিৰ সূচক।

আৰবী ভাষাত লিখা "অয়ন উল অম্বা ফিট কাম্বুলী অতব্বা" নামে এখন কিতাপ পোৱা যায়—ই প্ৰায় সাতশ বছৰ আগত লিখা বুলি জনা যায়। তাত কৈছে যে ভাৰতীয় পণ্ডিতসকলে আৰবৰ অন্তৰ্গত বাগ্‌দাদৰ ৰাজসভালৈ গৈ জ্যোতিষ চিকিৎসা আদি শাস্ত্ৰৰ শিক্ষা দিছিল।

কৰ্ক নামে এজন পণ্ডিতে ৬৯৪/৯৫ শকাব্দত বাদচাহ অলমন্‌সুৰৰ দৰবাৰলৈ গৈছিল। চিকিৎসা, ৰসায়ন আৰু জ্যোতিষত তেওঁ ব্যুৎপন্ন আছিল। তেওঁৰ লগত বহুত আৰ্য্যপুথি আছিল তাৰ ভিতৰত এখনৰ নাম আছিল—'বিহং সিন্দ-হিন্দ'। সেইখনক বৰাহমিহিৰ কৃত 'বৃহৎ সংহিতা' বুলি অনুমান কৰা হয়।

প্ৰফেছৰ 'বেবৰ' আৰু 'কোলব্ৰুকে' প্ৰমাণ কৰিছে যে চীন আৰু আৰবৰ জ্যোতিষ বিস্তাৰ বিকাশ ভাৰতবৰ্ষতেই হৈছিল। তেওঁলোকৰ ক্ৰান্তিমণ্ডল হিন্দুৰেই। নিঃসন্দেহে এইটো কব পাৰি যে আৰবীয় সকলে ইয়াক গ্ৰহণ কৰিছিল।

আকৌ কৈছে জ্যোতিষ শাস্ত্ৰত হিন্দুসকলে সকলো দেশতকৈ উচ্চস্থান পাইছিল। আমি অনেক ভাষাৰ অঙ্কৰ নাম শিকিছোঁ।—কিন্তু কোনো জাতিৰেই হেজাৰৰ আগত সংখ্যাৰ কোনো নাম নাই, কিন্তু হিন্দুসকলৰ আঠাইশ সংখ্যাৰ নাম আছে পৰাৰ্দ্ধ পৰ্য্যন্ত।

দশমিক বিন্দু আৰু গণিত হিন্দুসকলৰে অবদান। আৰবসকলে হিন্দুৰ পৰা এই অঙ্ক শিকিছিল আৰু ইউৰোপত ইয়াৰ প্ৰচাৰ কৰিছিল। প্ৰাচীন ইউনানী আৰু ৰোমানসকলে অঙ্কৰ এই ৰীতি নেজানিছিল। সেই কাৰণে সিবিলাকে অঙ্ক গণিতত উন্নতি কৰিব পৰা নাছিল। (আৰ· চি· দত্ত)।

মনিয়ৰ উইলিয়মে কৈছে—বীজগণিত আৰু ৰেখা গণিতৰ আবিষ্কাৰ আৰু জ্যোতিষৰ লগত ইয়াৰ প্ৰয়োগ হিন্দুসকলৰ দ্বাৰাহে কৰা হৈছিল।

ড· থিবোই কয়—সংসাৰে ৰেখা গণিত বিষয়ত হিন্দুস্থানৰ ওচৰত ঋণী, ইউনানীৰ ওচৰত নহয়।

হিন্দুস্থানীসকলে ৰেখা গণিতৰ মূল সিদ্ধান্ত উলিয়ায় আৰু ইউনানীসকলক শিকায়—আৰ· চি· দত্ত।

'বৈলী' নামে এজন জ্যোতিষীয়ে নিজৰ সময়ৰপৰা ৪৩৮৩ বৰ্ষৰ আগৰ ভাৰতীয় সূৰ্য্য গ্ৰহ গণিত গণনাৰ দ্বাৰা কৈছে যে আৰ্য্যসকলৰ গণনাত এক মিনিটৰো ভুল নাই। ( থিয়োলোজি অব দি হিন্দুজ )

আৰবীয়সকলে গণিত বিদ্যাক "হিন্দমা" বোলে। ভাৰতীয়সকলৰ সভ্যতাৰ জেউতি চাৰিওফালে বিয়পি পৰিছিল। আগতে কোৱা জ্যোতিষ শাস্ত্ৰ প্ৰবৰ্ত্তক ঋষিসকলে নিজ নিজ নামত সিদ্ধান্ত শাস্ত্ৰ ৰচনা কৰিছিল। সেইবোৰ কালৰ সোঁতত ৰাষ্ট্ৰবিপ্লব আদিত প্ৰায়বোৰ সিদ্ধান্ত অপ্ৰাপ্ত হৈছে। বৰাহ মিহিৰে পাঁচখন সিদ্ধান্ত শাস্ত্ৰ এক লগ কৰি পঞ্চ সিদ্ধান্তিকা নামে গ্ৰন্থ ৰচনা কৰে, সি এতিয়াও পোৱা যায়। মহৰ্ষি বশিষ্ঠ শ্ৰীৰামচন্দ্ৰৰ কুল পুৰোহিত আছিল, তেওঁৰ পুত্ৰ শক্তি্ৰ পুত্ৰ পৰাশৰ হোৰা শাস্ত্ৰত বিদ্বান আছিল আৰু পৰাশৰ হোৰা ৰচনা কৰিছিল। সেইখন ফলিত জ্যোতিষৰ প্ৰামাণ্য (authority) গ্ৰন্থ। পৰাশৰৰ পুতেক ব্যাস আছিল। তেওঁ বেদক বৰ্ত্তমান ৰূপত সঙ্গঠিত কৰি বেদ ব্যাস নাম পাইছিল আৰু মহাভাৰত ৰচনা কৰিছিল আৰু অষ্টাদশ পুৰাণ শাস্ত্ৰ নিৰ্ম্মাণ কৰিছিল। বেদব্যাসৰ শিষ্য জৈমিনিয়ে মীমাংসা দৰ্শন প্ৰণয়ন কৰিছিল। তেওঁৱে জৈমিনীয় সূত্ৰ নামে এখন প্ৰামাণ্য ফলিত জ্যোতিষ ৰচনা কৰে—ই এতিয়াও পোৱা যায়। এই ঋষিসকলৰ বাহিৰেও আৰ্য্যভট্ট (৩৯শক) ব্ৰহ্মগুপ্ত· বৰাহ মিহিৰ ( শক ১২২, কিছুমানৰ মতে ৪২১ ), মুঞ্জল, ভট্টোৎপল, শ্বেতোৎপল, শতানন্দ, ভোজৰাজ, কালিদাস (৫২০)· ভাস্কৰাচাৰ্য্য, কল্যাণচন্দ্ৰ, ব্ৰহ্মগুপ্ত (৫২০) আদিয়েৰ কোনো কোনোৱে গণিত আৰু ফলিত জ্যোতিষ গ্ৰন্থ প্ৰণয়ন কৰিছিল।

প্ৰাচীনকালত ভাৰতৰ বাহিৰেও প্ৰায় প্ৰত্যেক দেশতে ফলিত জ্যোতিষৰ ওপৰ আস্থা আছিল। প্ৰত্যেক ৰাজসভাতে জ্যোতিষীৰ সমাদৰ আছিল। ৰাজ্যত আহিব ধৰা বিপত্তিৰ সূচনা জ্যোতিষীসকলে আগতে ঘোষণা কৰিছিল। Star of Fate ভাগ্যতাৰা ইংৰাজী সাহিত্যত প্ৰাচীন উক্তি। এইদৰে প্ৰায় সকলো দেশতে প্ৰাচীন সাহিত্যত মানৱ জ্ঞানৰ এনেকুৱা চমৎকাৰীত্ব দেখা যায় যি অনুভৱ শূন্য তৰ্কনাৰ অলৌকিক (super natural) বোলাৰ বাহিৰে আন বুলিব নোৱাৰি। বমল· তাজক আদি মুছলমান জ্যোতিষ গ্ৰন্থ পিচত

সংস্কৃত ভাষাত বিশেষ প্ৰসাৰ লাভ কৰিছিল। অৰ্বাচীন কালতো কেপ্‌লাৰ আৰু বেকনে ফলিত জ্যোতিষৰ ওপৰত বিশেষ বিশ্বাস স্থাপন কৰিছিল আৰু নিজ নিজ গ্ৰন্থ ৰচনা কৰিছিল।

১৪৮৮ খৃষ্টাব্দৰ পিচত পাটলীপুত্ৰত আৰ্য্যভট্টৰ জন্ম হয়। আৰ্য্যভট্টই পৃথিবীৰ ভ্ৰমণ মতবাদ প্ৰচাৰ কৰে। "মৃজ্জলে শিখি বায়ুময়েন ভূগোলঃ সৰ্ব্বতো বৃতঃ"—আৰ্য্যভট্টৰ নীতিকা পাদত পৃথিবীৰ ঘূৰ্ণন বিষয়ে পোৱা যায়। আৰ্য্যভট্টৰ গোল পাদ গ্ৰন্থৰ দশম শ্লোকত তাৰ স্পষ্ট প্ৰমাণ দিছে—"উদয়াস্তময় নিমিত্তং প্ৰবহেন বায়ুনা নিক্ষিপ্তঃ। লঙ্কাসম পশ্চিমগো ভপঞ্জৰঃ সগ্ৰহো ভ্ৰমতি"। খৃষ্টীয় সপ্তমাব্দত ব্ৰহ্মগুপ্তৰ টীকাকাৰ পৃথুঙ্গৰ স্বামীয়ে ভূভ্ৰম মতবাদ উপপাদন কৰিছিল। তাৰ প্ৰায় এ হেজাৰ বছৰৰ পিচত কেপ্‌লাৰে এই মতবাদ প্ৰচাৰ কৰিছিল।

ফলিত জ্যোতিষত অগণিত আৰ্য শাস্ত্ৰ আজিও পোৱা যায়। সমুদ্ৰ মুনিয়ে মানুহৰ অঙ্গ প্ৰত্যঙ্গ চাই ফলাদেশ কৰা সামুদ্ৰিক শাস্ত্ৰ প্ৰণয়ন কৰিছিল—সৰ্বাঙ্গ লক্ষণতেষা।

জ্যোতিৰ্বিস্থা অপাৰ সাগৰৰ দৰে। তাক পাৰ হোৱা অতীব দুষ্কৰ। পাটী-গণিত, বীজগণিত, ৰেখাগণিত, ত্ৰিকোণমিতি, চাপীয় ত্ৰিকোণমিতি, গোলীয় ৰেখা গণিত সম্যক্ অধ্যয়ন নকৰিলে আৰু সংস্কৃত ভাষাত বিশেষ ব্যুৎপত্তি নাথাকিলে সিদ্ধান্ত শাস্ত্ৰ পঢ়া অসম্ভব। সিদ্ধান্ত গ্ৰন্থত ব্যুৎপন্ন হৈ এই বিস্থা অধ্যয়ন কৰিব লাগে। দ্বিবিধ গণিত মুক্তং....

আগতে কোৱা কৰণ গ্ৰন্থ কামৰূপ নিবন্ধনীয় খণ্ডসাধ্য প্ৰাচীন কামৰূপৰ বাবে উপযোগীকৈ ৰচনা হৈছিল। খণ্ডসাধ্যত প্ৰবেশ কৰিব লাগিলে প্ৰাচীন কামৰূপীয় গণিতত প্ৰথমতে ব্যুৎপন্ন হব লাগিব। অঙ্কবোৰ পাতোতে সো ফালৰ পৰা বাওঁফাললৈ পাতিব লাগে (স্বজাতীয়ানেক সংখ্যা প্ৰস্তাবে বামতো গতিঃ) এক দুই আদি শব্দেৰে সংখ্যাবোৰ কোৱা যেনে চন্দ্ৰ (১)ঃ ৭ বাণ ৫ ইত্যাদি সংখ্যা পাতি বাও পিনৰপৰা যোগ বিয়োগ আদি আৰ্য্যাৰ সহায়ত মছি মছি একে সাৰিতে কৰিব লাগে। বিয়োগৰ ক্ষেত্ৰত যেনে ৭ ক নাই সপ্তন্দিষ্টৈৰ খ সাত অধ্যায় তিনি পৰমত উকালিত ৪। এইবোৰ ফলিত পাতি মছি দেখুৱাব পাৰি আৰু কাকতত নোৱাৰি। বিভিন্ন জাতীয় সংখ্যাবোৰ যেনে

দণ্ড, পল, বিপল ৰাশি অংশ কলা আদি ওপৰৰ পৰা তললৈ সাৰী পাতি তাতো বাওঁপিনৰ পৰা আৰ্য্যাৰ সহায়ত কৰা হয়।

বিভিন্ন জাতীয় সংখ্যাৰ অঙ্ক কৰিব লাগিলে তাৰ নিয়ম বেলেগ যেনে— "সমে সমাৰ্দ্ধং বিষমে পঞ্চ পৰিবৰ্ত্তনম্"। দক্ষিণে বিষমে ত্ৰিংশালম্বনং বামে বিষমে পঞ্চ পৰিবৰ্ত্তনম্। তাক মুখেৰে কওঁতে ফুটিল পাচ, থাইন ত্ৰিশ বোলা হয়।

বছৰে বছৰে পঞ্জিকা গণনা হৈছিল আৰু তাৰ নাম আছিল পাঁজী। বৰ্ত্তমানৰ ছপা পঞ্জিকাৰ দৰে ছপা পঞ্জিকা নাছিল। এখন ডাঙৰ কাগজ বিচিত্ৰ ভঙ্গিত ভাঁজদি বাৰ মাহৰ পঞ্জিকা লিখা হৈছিল। এই পঞ্জিকাত প্ৰথমতে মাহৰ পহিলা তাৰিখৰ গ্ৰহস্ফুট লিখা হৈছিল আৰু দৈনিক গ্ৰহস্ফুট গণি উলিয়াব লাগে। দিন পঞ্জিকাত প্ৰথমতে মাহৰ বাৰ, তাৰিখ—বাৰৰ তলত নক্ষত্ৰ সংখ্যা, তাৰ তলত দণ্ড পল—তাৰ তলত তিথিৰ অঙ্ক, তাৰ তলত দণ্ডপল, তাৰ তলত যোগৰ অঙ্ক আৰু তলত দণ্ড পল লিখা হৈছিল। বিশেষ এই যে তিথি নক্ষত্ৰৰ তলত যিটো দণ্ড পল সংখ্যা দিয়া থাকে সেইটো সেই তিথি নক্ষত্ৰাদিৰ ভোগ্য দণ্ড নহয়। তাক উদয়াঙ্কত বিয়োগ দিলে ভোগ্যদণ্ড ওলায়। কেতিয়াবা তিথি নক্ষত্ৰ যোগৰ সংখ্যাৰ তলত ০ বা ০০ দুটা শূন্য পোৱা যায়। নাইবা কেতিয়াৰ বাওঁফালে শূন্য আৰু তাৰ কাষত সংখ্যা থাকে যেনে ০৫। দশমিক বিন্দু নথকাকৈ সংখ্যাৰ বাওঁফালে শূন্যৰ কোনো মূল্য নাথাকে। কিন্তু কামৰূপীয় জ্যোতিষত তাৰ মূল্য থাকে। সেই ক্ষেত্ৰত এটা বা শূন্য-যুগল (০০) পালে ওপৰৰ সংখ্যাক তিথি নক্ষত্ৰাদি সিদিনা মাজ ৰাতিলৈ থকা বুজায়। সোঁপিনে যদি কোনো সংখ্যা থাকে, যেনে ০৫ থাকে তেন্তে বুজিব লাগিব নক্ষত্ৰৰ অঙ্কত এক যোগ দিব লাগে, যেনে ৭ নক্ষত্ৰৰ ঠাইত ৮ পুষ্যা নক্ষত্ৰ হব আৰু উদায়ঙ্কত পাঁচ যোগ দিলে নক্ষত্ৰৰ ভোগ্যদণ্ড হব। এনেকুৱা ০৫ক গন্তব্য ৫, অপভ্ৰংশ হৈ গন্তপে পাঁচ বোলা হয়। দুটা শূন্য থাকিলে তাক খগৌ (শূন্য শূন্য)ৰ অপভ্ৰংশ খথয়া বোলা হয়। আৰু মধ্য ৰাত্ৰিলৈ সেই পুষ্যা নক্ষত্ৰ থাকিব। যদি নক্ষত্ৰ সংখ্যা ৭ আদি তলত এটা শূন্য থাকে তেন্তে ৭ পুনৰ্বসু নক্ষত্ৰৰ ঠাইত ৮ পুষ্যা নক্ষত্ৰ নহয়—পুনৰ্ব্বসুহে থাকিব মধ্য ৰাত্ৰিলৈ। মধ্যৰাত্ৰিমান তুলিওয়াকৈ মুখে মুখে দণ্ড উলিয়াবৰ এটা নিয়ম আছে তাক গোৱালা বচন বোলে। সি হল ০ মধ্যৰাত্ৰি· একে দুয়ে ৭ ঘটি, ৩, ০ এ

ডেচ্ পৰ ৰাত্ৰি ইতি। এই বৈশিষ্ট্যপূৰ্ণ গণিত পদ্ধতি আৰু দশমিক বিন্দু নোহোৱাকৈ সংখ্যাৰ বাওঁহাতে শূন্যৰ শূন্যৰ ব্যাখ্যাই 'ভাৰতীয় সংস্কৃত শিক্ষা আয়োগ'ৰ বিদগ্ধ পণ্ডিতসকলক চমৎকৃত কৰিছিল আৰু তেওঁলোকে ইয়াক "Arithmetical Wonder" বুলি অভিহিত কৰিছিল।

এইবোৰ বৈশিষ্ট্য আজি কালিৰ জ্যোতিষসকলে বুজি নাপায় আৰু পুৰণি কোষ্ঠীবিলাকৰ তিথি নক্ষত্ৰৰ আৰু সিবিলাকৰ মানৰ বিভ্ৰাট ঘটাই প্ৰাচীন পণ্ডিতসকলে একো নজনা বুলি বা ভুল কৰা বুলি মন্তব্য দিয়া বুলি আমি বহু ক্ষেত্ৰত দেখিছোঁ।

গণিতৰ জ্ঞান হোৱাৰ পিচত ছাত্ৰসকলক পঞ্জিকা গণনাৰ আৰ্য্যা (খণ্ডসাধ্য) শিকোৱা হৈছিল। গুৰুই শিষ্যক উদাহৰণ সহ দেখুৱাই দিয়ে তাৰ পিচত তেওঁলোকে নিজে নিজে গনি গুৰুক পিচদিনা দেখুৱাবলৈ সেই অঙ্ক পুনঃ কৰি চোৱা হয় আৰু তাক লিখি ৰখা হৈছিল। এনেদৰে ১৫।২০ জন ছাত্ৰৰ হতুৱাই ১৫।২০ বছৰৰ পঞ্জিকাৰ স্থুল গণনা (Skeleton Almanac) বা পঞ্জিকাৰ জকা কৰা হৈছিল। পিচত যি বছৰৰ পঞ্জিকা গণনাৰ প্ৰয়োজন হয় সেই বছৰৰ স্ফুটৰ বাকলা উলিয়াই তাৰ পৰা মাসিক গ্ৰহ, দিন পঞ্জিকা আদি গণনা কৰা হৈছিল।

স্ফুটৰ বাকলা বোলাৰ কাৰণ হয়—আগতে সচিপাত যথেষ্ট পৰিমাণে পোৱা গৈছিল। সাচি গছৰ ( অগৰুৰ ) ছাল আনি তাক ফালিলৈ ভিতৰৰ পৰত কৰা পাতবোৰত পুথি লিখা হৈছিল আৰু ওপৰৰ বাকলিটো স্ফুটৰ বাকলা লিখি ৰখা হৈছিল। আখৰা ( সোৰবণী ) ও বাকলীত কৰা হৈছিল। বাকলীত লিখা স্ফুট পঞ্জিকাক সেই কাৰণেও বোধ কৰো স্ফুটৰ বাকলা ( ৰাকলী ) বোলা হৈছিল।

কালক্ৰমত অসমত গণিত আৰু সিদ্ধান্ত জ্যোতিষৰ চৰ্চ্চা সাম কাটি আহি আহি তাৰ অস্তিত্ব নোহোৱা কাৰণে আমি বাৰানসীত গৈ উক্ত শাস্ত্ৰ পঢ়ি আহিব লগা হৈছিলোঁ। প্ৰাচীনকালত গণিত আৰু সিদ্ধান্ত জ্যোতিষৰ যে প্ৰচলন আছিল তাৰ বহু প্ৰমাণ আমি পাওঁ। ভাস্কৰীয় সিদ্ধান্ত শিৰোমণিৰ প্ৰথম ভাগ 'লীলাবতী' ( পাটীগণিত আৰু পৰিমিতি ) পুৰণিকালতে সাচিপাতত লিখা আস্ত গন্থ জ্যোতিৰ্বিজ্ঞান মন্দিৰত আজিও সংৰক্ষিত হৈ আছে। নৱগ্ৰহ কেপলাৰ গ্ৰহ-বিগ্ৰহবোৰ গ্ৰহবেদী মণ্ডলত অবস্থিত আৰু তাক সিদ্ধান্ত

জ্যোতিষৰ সহায়ত দিক্ নিৰূপণ যন্ত্ৰ বুলি ১৯৪৩ চনতে প্ৰমাণ কৰিছে। তাৰ ওপৰৰ পাহাৰ এখনত—যাক 'কণ্বাচল বোলা' হয় তাত ওলোৱা আঠোটা শিৱলিঙ্গকো দিক নিৰূপণ যন্ত্ৰ বুলি প্ৰমাণ কৰিছিলেঁ। এই বিষয়ে বিশদ আলোচনা বৈজ্ঞানিক উপপত্তি সহ ৰামধেনুৰ দ্বাদশ বছৰৰ দ্বাদশ সংখ্যাত কণ্বাচলৰ জ্যোতিষ সম্পদ শীৰ্ষক প্ৰবন্ধত প্ৰকাশ কৰিছে। যজ্ঞৰ কুণ্ড, বেদী, মণ্ডল আদিৰে পৰাও ত্ৰিকোণমিতিৰ (Trigonometry) ব্যৱহাৰ আজিও অসমত পোৱা যায়।

প্ৰাচীন কামৰূপত ফলিত আৰু মুহূৰ্ত্ত গ্ৰন্থই কামৰূপীয় জ্যোতিষৰ স্বাতন্ত্ৰ্যৰ প্ৰমাণ দিয়ে। পুৰণিকালৰ পৰা অসমত জ্যোতিৰ্মালা, জ্যোতিষ ৰত্নমালা, জ্যোতিমুৰ্ক্তাৰ সময়ামৃত, ৰাজ মাৰ্ত্তণ্ড, যুদ্ধ জয়াৰ্নৱ, স্বৰোদয়, বৰ্ষকৃত্য, সময়াস্থত, সময় প্ৰদীপ, প্ৰভৃতি জ্যোতিষ গ্ৰন্থ চলি আছে। শ্ৰীনিবাসকৃত শুদ্ধি-দীপিকা সাচিপাতত লিখা পুথি আৰু তাৰ টীকা দীপিকাস্ৰোত আমাৰ আস্তনাথ জ্যোতিৰ্বিদ্যা মন্দিৰত আছিল তাৰে দীপিকাস্ৰোত খন পুৰাতত্ত্ব বিভাগলৈ দিয়া হৈছে সঞ্চালক ড· প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে পৰিদৰ্শন কৰিবলৈ অহা সময়।

পুষ্পিতা গণনাও কামৰূপৰ বৈশিষ্ট্যপূৰ্ণ। ৺আস্তনাথ ভট্টাচাৰ্য্যৰ জাতক প্ৰদীপত এই বিষয়ে বিশদভাৱে দিয়া আছে। সেইদৰে শিশুৰ নামকৰণতো বিশেষ উৎসৱ পালিত হয়। জ্যোতিৰ্মালাত এইবোৰ দিয়া আছে।

কামৰূপীয় বিহু পঞ্জিকা গণনাও বৈশিষ্ট্যপূৰ্ণ। বহাগ বিহুৰ দিনা আজিও বহু ঠাইত নামঘৰ আদিত মিলিত হৈ বিহু পঞ্জিকা শুনা হয়। সংক্ৰান্তিৰ দিনা বিভিন্ন বস্তুৰে বিভিন্ন নক্ষত্ৰৰ মানুহে গা ধুব লগা আৰু প্ৰথমতে খাব লগা বস্তুৰ বিষয়ে আৰু বছৰটো কেনেদৰে যাব সেইবোৰ কথা বিহু পঞ্জিকাৰ পৰা জনা যায়।

সাধাৰণ মানুহৰ ধাৰণা যে সংস্কৃত আৰু জ্যোতিষ দুটা বিষয়, কিন্তু সেইটো নহয়। জ্যোতিষ সংস্কৃত সাহিত্যৰ এটা বিষয়হে। আমি সৰু থাকোতে টোলত পঢ়া ছাত্ৰসকলক সংস্কৃত নে জ্যোতিষ পঢ়িছে এই বুলি।

সকলোৱে ভাবে জ্যোতিষ অতি নীৰস বিষয়—কিন্তু জ্যোতিষ সাহিত্য সুকবি পণ্ডিতৰ হাতত উপমা, ব্যঞ্জনা, ছন্দ, অলঙ্কাৰ আদিৰে সমৃদ্ধ হৈ উঠিছে। ভাস্কৰৰ সিদ্ধান্ত শিৰোমণিৰ প্ৰথম খণ্ড পাটিগণিত আৰু পৰিমিত বিষয়ক গ্ৰন্থত ভাস্কৰৰ কবিত্ব আৰু ৰস সৃষ্টি ফুটি উঠিছে। সেইদৰে বহু ঋষি প্ৰণীত গ্ৰন্থতো সাহিত্যৰ সাৱলীল ভাৱ ভাষা আদি প্ৰকট হয়।

১০৩৬ শকাব্দত ( ১১১৪ খৃঃ ) ভাস্কৰাচাৰ্য্যৰ জন্ম হয় আৰু তেওঁ ৩৬ বছৰ বয়সত ( ১১৫০ খৃঃ ) সিদ্ধান্ত শিৰোমণি ৰচনা কৰে। লীলাবতীৰ অঙ্ক বিলাকো সাহিত্যিক সৌন্দৰ্যেৰে ভৰপূৰ। গণিতবিলাকো সুন্দৰ ছন্দেৰে লিখি ভাস্কৰে অনন্য সাধাৰণ কবি প্ৰতিভাৰ পৰিচয় দিছে।

অয়ি বালে, বালকুৰঙ্গ লোলনয়নে, ইত্যাদি সম্বোধন পদ দেখি কিছুমানে কয় যে ভাস্কৰাচাৰ্য্যৰ কন্যা লীলাবতীৰ নাম প্ৰতিষ্ঠাৰ কাৰণে তেওঁ লীলাবতী ৰচনা কৰিছিল, আৰু কিছুমানে কয় যে, সন্তানহীনা ভাৰ্য্যা লীলাবতীৰ মনোৰঞ্জনৰ কাৰণে তেওঁৰ নামে লীলাবতী ৰচিত হৈছিল; কিন্তু বহু স্থলত মিত্ৰ, সুবৰ্ণ গণিতজ্ঞ, গণক আদি সম্বোধন ব্যৱহাৰ কৰা কাৰণে উভয় পক্ষৰে মত সমৰ্থন কৰিব নোৱাৰি।

লীলাবতীৰ মঙ্গলাচৰণ শ্লোক—

প্ৰীতিং ভক্তজনস্য যো জনয়তে বিঘ্নং বিনিঘ্নন্ স্মৃত
স্তং বৃন্দাৰক বৃন্দ বন্দিত পদং নত্বা মতঙ্গাননম্
পাটীং সদগণিতস্য বচামি চতুৰ প্ৰীতি প্ৰদাং প্ৰস্ফুটাং
সংক্ষিপ্তা বক্ষ কোমলামলপদৈৰ্লালিত্য লীলাবতীয়।

স্মৰণ কৰিলেই বিঘ্ন নাশ কৰি যেয়ে ভক্তজনৰ প্ৰীতি উৎপাদন কৰে দেবতা সকলৰ বন্দনায় সেই গজানন গণপতিক নমস্কাৰ কৰি সংক্ষিপ্ত অক্ষৰেৰে নিৰ্দ্দোষ কোমল পদ বিশিষ্ট লালিত্যপূৰ্ণ লীলাবতী নামে পাটিগণিত মই প্ৰণয়ন কৰিছোঁ।

শাৰ্দ্দুল বিক্ৰীড়িত ছন্দত ৰচিত এই মঙ্গলাচৰণ শ্লোকটি পূৰ্ব্বাৰ্দ্ধ ৰামপক্ষে কৃষ্ণপক্ষেও লগাব পাৰি। ৰামপক্ষে বিং জটায়ু নামক পক্ষীক হত্যা কৰিছিল বাবে বিঘ্ন-ৰাৱণ, তেওঁক, মতঙ্গ মানে হাতীৰ দৰে ভয়ানক বা ডাঙৰ আনন (মুখ) যাৰ সেই কুম্ভকৰ্ণকো বধ কৰি ভক্তজনৰ ( বিভীষণৰ ) প্ৰীতি উৎপাদন কৰা ৰামচন্দ্ৰক নমস্কাৰ কৰি········।

কৃষ্ণপক্ষে-বিঘ্নং-বিঘ্নস্বৰূপ মতঙ্গাননং ( হাতীসকলৰ ভিতৰ৷ শ্ৰেষ্ঠ মুখ যুক্ত ) কুবলয়াপীড়ক হত্যা কৰি ভক্তজনৰ ( উগ্ৰসেনৰ ) প্ৰীতি উৎপাদন কৰা কৃষ্ণক নমস্কাৰ কৰি····।

শ্লোকৰ দ্বিতীয়াৰ্দ্ধত কোৱা সংক্ষিপ্ত আখৰ—কোমল, অমল পদৰ দ্বাৰা লালিত্য-পূৰ্ণ লীলাবতীয়ে ৰচনা কৰিছে—গ্ৰন্থত প্ৰবেশ কৰিলে সেই কথা পৰিস্ফুট হয়।

সিদ্ধান্ত শিৰোমণি ভাস্কৰাচাৰ্য্য প্ৰণীত গণিতশাস্ত্ৰ; তাৰ প্ৰথমভাগ লীলাবতী নামে পাটীগণিত. সুকবি ভাস্কৰাচাৰ্য্যই লীলাবতীৰ অঙ্কবোৰ সুললিত সহজ পদ, উপমা, ছন্দ আদিৰ দ্বাৰা সুসমৃদ্ধ কৰি মনোহৰ কৰি তুলিছে।

মূলগুণক ( **Quadratic Equation** )ৰ এটা উদাহৰণ দিছে—মালিনী ছন্দত এঠাইত কিছুমান ভোমোৰা আছিল। তাৰে আধাৰ বৰ্গমূল আৰু সিবিলাকৰ $\frac{৮}{৯}$ ভাগ মালতী ফুললৈ উৰি গৈছিল, এটা ভোমোৰা মধুলোভত পদুমৰ ভিতৰত থকাত ৰাতি পদুমৰ পহিবোৰ মুদ যোৱাত তাতে আবদ্ধ হৈ গুণ-গুণ কৰি আছিল। অৱশিষ্ট এটা ভোমোৰাই পদুমৰ ভিতৰ গুণগুণাই থকা ভোমোৰাটোৰ প্ৰতিধ্বনি কৰিছিল, হে কান্তে ভোমোৰাবোৰৰ সংখ্যা কিমান আছিল কোৱা।

অলিকুলদল মূলং মালতীং যাতমষ্টৌ
নিখিল-নৱমভাগাশ্চালিনী ভৃঙ্গমেকম্।
নিশি পৰিমল লুব্ধঃ পদ্ম মধ্যে নিৰুদ্ধঃ
প্ৰতিৰণতি ৰণন্তং ব্ৰুহি কান্তেঽলি সংখ্যাম্।

সেই প্ৰসঙ্গতে শাৰ্দ্দুল বিক্ৰীড়িত ছন্দত অনুপ্ৰাশত আন এটি উদাহৰণ—

কোনো এঠাইত যিমান ৰাজহাঁহ আছে তাৰ বৰ্গমূলৰ আধাৰ ৭ গুণ বিলৰ পাৰত বিলাস কৰি লাহে লাহে গৈছে আৰু শেষত দুটা হাঁহ জলত ক্ৰীড়া কৰি থকা দেখা গল। হে বালিকা হাঁহবোৰৰ সংখ্যা কোৱা।

বালে মৰাল-কুল-মূল দলানি সপ্ত
তীৰে বিলাস-ভৰঃ মন্থৰগাম্যপশ্যাম্।
কুৰ্ব্বতে কেলি কলহং কলহংস যুগ্মং
শেষং জলে বদ মৰালকুল প্ৰমানম্॥

দৃশ্য জাতিৰ উদাহৰণ মালিনী ছন্দত দিছে—

কোনো এজন মানুহে দেৱতাৰ পূজাৰ কাৰণে কিছুমান পদুম ফল সংগ্ৰহ কৰিলে। তাৰ $\frac{১}{৩}$ অংশৰ দ্বাৰা শিৱৰ পূজা কৰি যি ৰ'ল তাৰ $\frac{১}{৫}$ৰ দ্বাৰা হৰিৰ, $\frac{১}{৬}$ৰ দ্বাৰা সূৰ্য্যৰ আৰু $\frac{১}{৪}$ৰ দ্বাৰা দুৰ্গাৰ পূজা কৰি অৱশিষ্ট ৬টা পদুমৰ দ্বাৰা গুৰুৰ চৰণ পূজা কৰিলে—সেই মানুহজনে কিমান পদুম সংগ্ৰহ কৰিছিল শীঘ্ৰে কোৱা।

অমল কমল ৰাশেস্ত্ৰ্যংশ পঞ্চাশষষ্টে
ত্ৰিনয়ন হৰি সূৰ্য্যা যেন তুৰ্য্যেণ চাৰ্য্যা।
গুৰুপদ মথ ষড়ভিং পূজিতং শেষপদ্মৈঃ
সকল কমল সংখ্যাং শীঘ্ৰমাখ্যাহিতস্য ॥

বিশ্লেষ জাতিৰ উদাহৰণ শাৰ্দ্দূল বিক্ৰীড়িত ছন্দত দিছে—

এঠাইত কিছুমান ভোমোৰা আছিল, তাৰ ⅕ ভাগ কদমৰ ফুললৈ উৰি গল, তাৰ বিয়োগ ফলৰ ⅓ ভাগ শিলীন্ধ্ৰ ফুললৈ ; সিবিলাকৰ বিয়োগফলৰ ৩ গুণ কুটজ ফুললৈ গল। আন এটি ভোমোৰাই একে সময়েতে কেতেকী আৰু মালতীৰূপ প্ৰিয়াদ্বয়ৰ প্ৰেৰিত সুগন্ধৰূপ দূতৰ আহ্বানত কোনটোলৈ যোৱা উচিত তাক ঠিৰাং কৰিব নোৱাৰি দোদুল্যমান চিত্তেৰে আকাশত ইতস্ততঃ ভ্ৰমণ কৰি আছিল ; হে হৰিণ নয়না কান্তে ভোমোৰাবোৰৰ সংখ্যা কোৱা।

পঞ্চাংশোহলি কুলাৎ কদম্বমগমৎ ত্ৰ্যংশঃ শিলীন্ধ্ৰং তয়োঃ
বিশ্লেষ স্ত্ৰিগুণো মৃগাক্ষি কুটজং দোলায়মনোঽপৰঃ
কান্তে কেতকমালতী পৰিমল প্ৰপ্তৈক কালপ্ৰিয়া—
দূতাহুতো ইতস্ততো ভ্ৰমতি যে ভৃঙ্গোহলি সংখ্যাং বদ।

এনেদৰে বৰাবচা শব্দেৰে সুললিত ছন্দৰে গণিতশাস্ত্ৰকো কাব্যশাস্ত্ৰৰ দৰে মনোৰম কৰি তুলিছে।

ক্ষেত্ৰ ব্যৱহাৰত বাহু আৰু কৰ্ণ যোগফল আৰু কোটি জানি যে বাহু আৰু কৰ্ণ পৃথক কৈ উলিয়াবলৈ উদাহৰণ দিছে—

হে গণক! সমান ভূমিৰ ওপৰত ৩২ হাত ওখ এডাল বাঁহ আছিল। বায়ুৰ বেগত তাৰ এঠাইত ভাগি গল আৰু বাঁহৰ আগটো বাঁহৰ গুৰিৰ পৰা ১৬ হাত দূৰত মাটিত লাগিল। গুৰিৰ পৰা কিমান ওপৰত বাঁহডাল ভাগিছিল কোৱা—

যদি সমভুবি বেণুৰ্দ্বিত্ৰি পনিপ্ৰমাণো গণক পবন বেগাদেক দেশে সভগ্নঃ
ভুবি নৃপমিত হস্তে ধঙ্গলগ্নং তদগ্ৰং কথয় কতিযু মূলদেষ ভগ্নঃ কৰেষু।

শিষ্যসকলৰ ক্ষেত্ৰ সংস্থানত ভূজঃ কোটি কৰ্ণাদি উলিয়াবলৈ মন্দাক্ৰান্তা ছন্দত দিয়া উদাহৰণ—

চাকৈচকোৱা পক্ষী আৰু পানী বগলীৰ দ্বাৰা আন্দোলিত কোনো জলাশয়ত পানীৰ পৰা ½ হাত ওপৰত এটা পদুমৰ কলিৰ আগভাগ দেখা গল। সেই পদুমৰ

কলিটো বায়ুৰ দ্বাৰা লাহে লাহে হালি গৈ দুই হাত দূৰত পানীত ডুবি গল। হে গণক পানীৰ গভীৰতা কিমান ?

চক্র ক্রৌঞ্চাকুলিত সলিলে ক্বাপি দৃষ্টং তড়াগে
তোয়াদূৰ্দ্ধং কমল-কলিকাগ্রং বিতস্তি প্রমাণম্
মন্দং মন্দং চলিতমনিলোহতং হস্ত যুগ্মে
তস্মিন্ মগ্নং গণক কথয় ক্ষিপ্রমন্তঃ প্রমাণম্।

জ্যোতিষ অধ্যয়নৰ যোগ্যতা বিষয়ে ভাস্কৰাচাৰ্য্যই সিদ্ধান্ত শিৰোমণিৰ গোলাধ্যায়ত কৈছে—ব্যক্ত গণিত (পাটীগণিত) আৰু অব্যক্ত গণিত (বীজ-গণিত) নামৰ দ্বিবিধ গণিত শাস্ত্রত অভিজ্ঞ আৰু শব্দশাস্ত্র (ব্যাকৰণ)ত পটু মানুহহে বহু ভেদ বিশিষ্ট এই জ্যোতিষশাস্ত্র পাঠ কৰিবৰ অধিকাৰী, অন্যথাই কেবল নাম ধাৰী জ্যোতিষীহে হয়।

দ্বিবিধ গণিতমুক্তং ব্যক্তমব্যক্ত যুক্তম্
তদবগমননিষ্ঠঃ শব্দশাস্ত্রে পটিষ্ঠঃ।
যদি ভবতিতদেদং জ্যোতিষং ভূৰিভেদম্
প্রপঠিতুমধিকাৰী সোঽন্যথা নামধাৰী।

ব্ৰহ্মাৰ পৰা অবগত, ইন্দ্ৰিয়ৰ দ্বাৰা নুবুজা, গোপনীয় এই ফলোৎপত্তিৰূপ স্বৰ্গীয় জ্ঞান বশিষ্ঠ আদি ঋষিসকলৰ দ্বাৰা পৰম্পৰা ক্ৰমে পৃথিবীত প্ৰকাশিত হৈছে। হিংসুক, কৃতঘ্ন, দুৰাচাৰ, গুৰুৰ ওচৰত বেচিদিন অধ্যয়ন নকৰা শিষ্যৰ আগত এই জ্ঞান প্ৰকাশ নকৰিব। মুনিসকলৰ এই সীমা উল্লঙ্ঘন কৰি কৃতঘ্ন আদি শিষ্যক এই জ্ঞানদান কৰিলে আয়ুঃ আৰু পুণ্যক্ষয় হয়।

দিব্যং জ্ঞানমতীন্দ্ৰিয়ং যদৃষিভিঃ ব্ৰাহ্মং বশিষ্ঠাদিভিঃ
পাৰম্পৰ্য্য বশাদ্ৰহস্যমবনীং নীত্বা প্ৰকাশ্যং তত॥
নৈতদ্ দ্বেষী কৃতঘ্ন দুৰ্জ্জন দুৰাচাৰচিৰং বাসিনাং
স্যাদায়ুঃ সুকৃতক্ষয়ো মুনিকৃতাং সীমামিমা উজ্ঝতঃ॥

শৃঙ্গোন্নতি বাসনাত, শুক্লা কৃষ্ণৰ বিষয়ে কৈছে—

যেনেদৰে ৰ'দত থোৱা ঘট সূৰ্য্যৰ পিনে উজ্জ্বল আৰু আনটো ফালত নিজৰ ছায়াৰ দ্বাৰা কৃষ্ণবৰ্ণ হয় সেইদৰে অমৃতৰ পিণ্ডস্বৰূপ এই চন্দ্ৰ, সূৰ্য্যকিৰণ সম্পৰ্কে

সূৰ্য্যৰ পিনে জোনাকেৰে দীপ্তিমান হয়। সূৰ্য্যৰ বিপৰীত পিনে বালিকাৰ ( বৃদ্ধাৰ চুলি বগা কাৰণে বৃদ্ধা ভিন্ন স্ত্ৰীৰ ) কেশৰদৰে শ্যামবৰ্ণ হয়।

তৰণি কিৰণ সঙ্গাদো পীযূষপিণ্ডো দিনকৰ দিশি চন্দ্ৰশ্চন্দ্ৰিকাভিশ্চ কান্তি

তদিতৰ দিশি বালা-কুন্তলশ্যামল শ্ৰীঘট ইব নিজমূৰ্ত্তিচ্ছাদয়ৈ বাতপন্থঃ।

নীৰস ( ? ) জ্যোতিষ শাস্ত্ৰৰ ভিতৰতো সাহিত্যৰস পঢ়ুৱৈ সকলে পাই জ্যোতিষ নে কাব্যশাস্ত্ৰ পঢ়িছে তাক ধৰা টান হয়।

# তন্ত্র সাহিত্য

যুগে যুগে ভাৰতত চিন্তা-চৰ্চ্চাৰ পৰিবৰ্ত্তন হৈ আহিছে। আদিযুগত চিন্তাত, ধ্যানত, সমাধিত তপোবন শুদ্ধ হৈ আছিল। সেই সমাধিৰ ফলত বিশ্ব ধন্য আৰু পবিত্ৰ হৈছিল। পিচৰ যুগত তেনেকৈ সাধনাৰ দ্বাৰা অৰ্জিত জ্ঞানৰাশিৰ সঙ্কলন সূত্ৰৰূপে গ্ৰন্থন, ভাষ্যাকাৰে সুব্যাখ্যাত, অধ্যয়ন, অনুশীলন, পঠন, পাঠন, সিদ্ধান্ত বিচাৰ-নৈপুণ্য, মানুহৰ মঙ্গলৰ কাৰণে—সেই চিন্তা প্ৰচাৰিত কৰিবৰ কাৰণে সেই অনুভূতিৰাশি সাহিত্যৰ অক্ষয় আৱৰণেৰে সঞ্চিত হৈছিল। তাৰ পিচৰ যুগত কৃচ্ছ্ৰসাধক ভীতিশঙ্কুল মহাশ্মশানত শৱ সাধনাত মগ্ন মহাতান্ত্ৰিক—ধ্বংসবিভীষিকাৰ মাজত—প্ৰলয় তাণ্ডৱৰ ভিতৰতো স্থিৰ গম্ভীৰ, ভ্ৰুকুটিহীন—শক্তি সঙ্গমৰ ভিতৰতো অশক্তি বিহীন—তীব্ৰ সুৰাপানৰ বিপৰ্য্যয় মত্ততাও পৰাজিত, অষ্টসিদ্ধিৰ প্ৰলোভন আসক্তি, কাম লালসা পদানত—একমাত্ৰ স্থিৰ লক্ষ্য মুক্তি। নিন্দা, স্তুতি, মান-অপমানত সমজ্ঞান—মাত্ৰ লাগে চিৰবাঞ্ছিত মুক্তি—আত্মাৰ অমৰত্ব—নহলে যজ্ঞ কুণ্ডত আত্মাহুতিৰ সঙ্কল্প।

এই জ্ঞান কৰ্মযোগ সাধনাৰ যিজন প্ৰতীক তেৱেঁ ত্ৰিলোক পতি মহাদেৱ। যিজন বেদত দেৱগণৰ উপাস্য ৰুদ্ৰ—তেৱেঁই বেদান্ত প্ৰতিপাদ্য নিৰ্গুণ, গুণময় জগতৰ একমাত্ৰ সত্য ব্ৰহ্ম তেৱেঁ উপনিষদৰ শিৱ—তেওঁৰ নাম মাহাত্ম্য কীৰ্ত্তনৰ কাৰণেই পুৰাণ সংহিতাৰ সৃষ্টি।

অশ্বলায়ন গৃহ্য সূত্ৰত কৌশিক সূত্ৰত ৰুদ্ৰৰ চিকিৎসা নৈপুণ্য বৰ্ণিত আছে। মহাভাৰতৰ শিৱৰ সহস্ৰ নামৰ ভিতৰত তেওঁ ধন্বন্তৰি—বৈদিক যুগত তেওঁ বৈদ্যনাথ—শতপথ ব্ৰাহ্মণত মহাদেৱৰ শৰ্ব্বাদি অষ্টমূৰ্ত্তিৰ বৰ্ণনা আছে। শ্বেতাশ্বৰত উপনিষদত কৈছে—যেয়ে হিৰণ্যগৰ্ভক সৃষ্টি কৰিছে তেৱেঁই ভগবান শিৱ।

আশুতোষ সেই মহেশ্বৰ—মৃত্যুভয়, বিভীষিকা যাৰ সকৰুণ স্পৰ্শত ত্ৰিতাপ জ্বালা অৱসন্ন তেওঁৰেই শুভাশীৰ্ব্বাদ তন্ত্ৰশাস্ত্ৰ। মহানিৰ্বাণ তন্ত্ৰৰ ভূমিকাত তন্ত্ৰশাস্ত্ৰৰ প্ৰাচীনত্ব আৰু প্ৰামাণ্য প্ৰতিপাদন কৰিছে। পঞ্চবক্ত্ৰ শিৱৰ চাৰিমুখৰ পৰা আৰু কেন্দ্ৰীয় পঞ্চম মুখৰ পৰা উচ্চশ্ৰেণীৰ তন্ত্ৰশাস্ত্ৰসমূহ নিৰ্গত। অন্যান্য তন্ত্ৰ নাভিৰ নিম্নদেশৰ পৰা। শিৱ বক্ত্ৰ নিৰ্গত তন্ত্ৰশাস্ত্ৰসমূহ আগম—আৰু

দেবীৰ আদেশ সমূহেই নিগম নামে অভিহিত হৈছে। 'নিজাজ্ঞাৰূপা নিগমাঃ'।

তন্ত্র শব্দৰ অৰ্থ অনুশাসন। তন্ বিস্তাৰে তন্ ধাতুত উণাদিক সূত্র "সৰ্ব্ব ধাতুভ্যঃ এন্" প্রত্যয় যোগত তন্ত্রশব্দ নিষ্পন্ন হৈছে। "জ্ঞানং তন্যতে অনেন ইতি তন্ত্রম্"—জ্ঞান বিস্তাৰ কৰা হয় ইয়াৰ দ্বাৰা, গতিকে এই শাস্ত্রৰ নাম তন্ত্র। অন্ প্রত্যয় ৰক্ষণাৰ্থক—সেই জ্ঞানৰ বিস্তাৰ কৰে, ৰক্ষা কৰে যিয়ে, সেইয়া কেনেজ্ঞান —ধৰ্মজ্ঞান। গতিকে তন্ত্র হল এক বিশিষ্ট ধৰ্মীয় শাস্ত্র। দেবী পূজাৰ পৰা অতীন্দ্রিয়জ্ঞান লাভৰ পথ তন্ত্রই নিৰ্দ্দেশ কৰে।

শিৱ সিদ্ধান্তৰ তন্ত্র পটল কামিকা আগমত কৈছে—

"তনোতি বিপুলানৰ্থান্ তত্ত্ব মন্ত্র সমন্বিতাম্।
ত্রাণঞ্চ কুৰুতে যস্মাৎ তন্ত্রমিত্যাভিধীয়তে॥"

তান্ত্রিক প্রথাৰ তাৎপৰ্য্য হৈছে শক্তি পূজা—যি শক্তিৰ আধাৰ নাৰী-পুৰুষ নহয়। পুৰুষ আৰু স্ত্রী উভয়ৰে সম্মিলিত শক্তিৰ পূজাই হল তন্ত্রৰ অন্তৰ্নিহিত অৰ্থ। পুৰুষ-নাৰী—শিৱশক্তি উভয়েই এক—এটা আনটোৰ পূৰক। প্রকৃতি আদ্যাশক্তি তেওঁৰ লগত পুৰুষৰ প্রকৃত সংযোগেই তন্ত্রৰ মৰ্ম্মবাণী। সাংখ্য দৰ্শনৰ প্রকৃতি পুৰুষ—তন্ত্রৰ শক্তি-শিব। শক্তিৰ অবিহনে শিৱ নিষ্ক্রিয়—শবৰূপ; গতিকে কালী শবৰূপ মহাদেৱৰ হৃদয়ৰ ওপৰত সংস্থিতা।

সকলো শাস্ত্রই বেদৰ পৰা সমুদ্ভূত। তান্ত্রিকী পন্থা আৰু বৈদিকী পন্থা উভয়েই যমজ সহোদৰৰ দৰে। পৰমাত্মাৰ লগত জীৱাত্মাৰ সম্বন্ধ যেনেকুৱা অনবচ্ছিন্ন তেনেদৰে বেদৰ লগত তন্ত্রৰ সম্বন্ধও অঙ্গাঙ্গিভাৱে বিজড়িত। নিত্যসিদ্ধ বেদ সকলৰ শ্ৰেষ্ঠতকৈও শ্ৰেষ্ঠ অনুষ্ঠান ৰাশিৰ সমাবেশেৰে তন্ত্রশাস্ত্র ৰচিত হৈছে।

ব্রাহ্মণ গ্রন্থসমূহত আৰু উপনিষদত যিজন ৰুদ্ৰৰূপে অৱতীৰ্ণ তেওঁৱেই তন্ত্রৰ স্বয়ম্ভূ শিৱৰূপে পূজিত হয়। ঋগ্বেদত শিৱৰ বৰ্ণনা আছে। যজুৰ্বেদতো কোৱা হৈছে —অম্বিকা দেবীয়ে মহাদেৱেৰে সৈতে যজ্ঞভাগ গ্রহণ কৰে। বাজসনেয় সংহিতাত ৰুদ্ৰৰূপী মহাদেৱৰ গিৰীশ, নীলকণ্ঠ, শিৱ, স্বয়ম্ভূ আদি নাম দেখা যায়। অথৰ্ববেদৰ ব্রাহ্মণ বিলাকত সেই শিৱই পশুপতি নামেৰে পৰিচিত। অশ্বলায়ন গৃহ্যসূত্রত ৰুদ্ৰৰ চিকিৎসা নৈপুণ্যৰ বৰ্ণনা আছে। বৈদিক যুগত সেই শিৱই বৈদ্যনাথ নামে পূজিত। শতপথ ব্রাহ্মণত মহাদেৱৰ শৰ্ব্বাদি অষ্টমূৰ্ত্তিৰ পৰিচয় দিয়া আছে।

সাধক সম্প্রদায়ৰ মতে তন্ত্রও বেদৰ দৰে প্ৰাচীন, প্ৰামাণিক আৰু যুগোপযোগী শাশ্বত শাস্ত্র—হিন্দুসকলৰ পঞ্চম বেদ। শিৱৰ লগত পাৰ্ব্বতীৰ শাস্ত্ৰালোচনাৰ নামেই তন্ত্ৰশাস্ত্ৰ। মহাশ্বেতৰ তন্ত্ৰত কৈছে যে সদাশিৱ আৰু পাৰ্ব্বতীৰ গুৰুশিষ্যৰূপে প্ৰশ্নোত্তৰ প্ৰসঙ্গত তন্ত্ৰশাস্ত্ৰ সমূহ প্ৰচাৰিত হৈছে। নিগম কল্পদ্রুম মতে যিবোৰ তন্ত্ৰত শিৱ বক্তা, প্ৰশ্নকাৰিণী দেবী, লেখক গণপতি সেইবিলাক আগম শাস্ত্ৰ। যি বিলাক দেবী মুখ নিঃসৃত সেইবোৰেই নিগম।

আগম তিনি প্ৰকাৰৰ—শক্ত্যাগম, বৈষ্ণবাগম আৰু শৈৱাগম। আগমবোৰ আকৌ দুই প্ৰকাৰৰ—বৈদিকাগম আৰু অবৈদিকাগম। দক্ষিণাচাৰীৰ সাধন শাস্ত্ৰ আগম আৰু বামাচাৰীসকলৰ সাধন শাস্ত্ৰ নিগম। "অস্তিবেদানুযায়িনী শৈৱতন্ত্ৰাণি কামিকাদিন্যষ্ট বিংশতিঃ বেদ বিৰুদ্ধানি কপাল ভৈৰবাদীনি চ, তেষু বৈদিকানি নিগমপদ বাচ্যাণি, পৰমেশ্বৰস্য মুখাদুদ্ভূতত্বাদাজ্ঞা ৰূপাণি, ন পুণৰ্ণাভ্যাবৌ ভাগাদুৎপন্নানি বেদ বিৰুদ্ধানীত্যৰ্থঃ। টীকাকাৰে দেবী ভাগবত আৰু স্কন্দপুৰাণৰ পৰা প্ৰমাণ দিছে।

পঞ্চবক্ত্ৰ শিৱৰ—

কামিকা আদি ৫ খন তন্ত্ৰ শিৱৰ সদ্যোজাত মুখৰ পৰা
দীপ্ত আদি ৫ খন তন্ত্ৰ শিৱৰ বামদেৱ মুখৰ পৰা
বিজয় আদি ৫ খন তন্ত্ৰ শিৱৰ অঘোৰ মুখৰ পৰা
বৈৰোচন আদি ৫ খন তন্ত্ৰ শিৱৰ তৎপুৰুষ মুখৰ পৰা
প্ৰোদগীতা আদি ৮ খন তন্ত্ৰ শিৱৰ ঈশান মুখৰ পৰা নিৰ্গত।

এই আঠাইশখন তন্ত্ৰ বৈদিক মতৰ সম্পূৰ্ণ অনুকূল। এইবোৰ উচ্চশ্ৰেণীৰ তন্ত্ৰ; দেবীৰ আদেশত শিৱ মুখনিঃসৃত কাৰণে আগম শ্ৰেণীভুক্ত।

কপাল ভৈৰবাদি ২৮ খন তন্ত্ৰ শিৱৰ নাভিৰ অধোদেশৰ পৰা নিঃসৃত। এই তন্ত্ৰসমূহ নিম্নশ্ৰেণীৰ—বৈদিক মতৰ অনুকূল নহয়। মহামায়াৰূপিণী দেবীয়ে নিজেই কৈছে কপাল ভৈৰবাদি, গৌতম প্ৰভৃতি নিম্নশ্ৰেণীৰ তন্ত্ৰ—যিবিলাক শ্ৰুতি, স্মৃতি, বৈদিক মতবাদৰ পৰিপন্থী—সিবিলাক প্ৰণয়নৰ উদ্দেশ্য সাধকৰ মোহ উৎপাদন—ত্যাগ ভোগৰ সমীক্ষা পৰীক্ষা গ্ৰহণ। কামিকা আদি ২৮ খন উচ্চশ্ৰেণীৰ তন্ত্ৰ সুললিত। উদ্দেশ্য শিৱ-শক্তিৰ ভক্তি উদ্দীপন। শক্তি লীলাময়ী দেবীয়েই সৰ্ব্বতন্ত্ৰ স্বৰূপা। (প্ৰাণতোষিণীৰ ভূমিকা)

ভাৰতক অশ্বক্ৰান্তা, ৰথক্ৰান্তা, বিষ্ণুক্ৰান্তা—এই তিনিভাগত বিভক্ত কৰি প্ৰত্যেক ভাগত বাস কৰা তান্ত্ৰিক সাধকসকলৰ কাৰণে তিনিশ্ৰেণীৰ সাধনা পুৰাণ বিলাকে নিৰ্দ্দেশ কৰিছে।

অশ্বক্ৰান্তা শ্ৰেণীৰ অন্তৰ্ভুক্ত তন্ত্ৰশ্ৰেণীত ভূত শুদ্ধি প্ৰভৃতি ৬৪ খন তন্ত্ৰ। ৰথক্ৰান্তাত চিন্ময়, মৎস্যসূক্ত প্ৰভৃতি ৬৪ খন, বিষ্ণুক্ৰান্তাত সিদ্ধেশ্বৰী, কালীতন্ত্ৰ, কুলাৰ্ণব আদি ৬৪ খন তন্ত্ৰ নিৰূপিত হৈছে। এনেদৰে তিনি শ্ৰেণীতে ৬৪ খন হিচাবে তন্ত্ৰ সংখ্যা হৈছে মুঠ (৬৪ × ৩) ১৯২ খন।

হঠযোগ, ধৰ্ম্মকাৰ্য্যৰ অধিক অনুষ্ঠান আদি তন্ত্ৰ শাস্ত্ৰৰ পৰাই পোৱা যায়। যিবিলাৰ সাধন ক্ৰিয়াৰে জীৱৰ আধ্যাত্মিক উৎকৰ্ষতা লাভ হয় সেই সাধনাবোৰৰ নিগূঢ়তম তত্ত্ব। অন্তৰ্নিহিত শক্তিৰ বিষয়ে জনা যায় তন্ত্ৰশাস্ত্ৰৰ পৰা। কৌলিকাচাৰ, ৰাষ্ট্ৰনীতি, সমাজনীতি, গুপ্তসাধন ৰহস্য, ইন্দ্ৰজাল আদি তন্ত্ৰশাস্ত্ৰত সমাহিত।

বাৰাহী তন্ত্ৰ আৰু আন আন তন্ত্ৰমতে সৃষ্টি, স্থিতি, প্ৰলয়, দেবাৰ্চ্চনা, সাধনা, পুৰশ্চৰণ, ষট্‌কৰ্ম্ম, ধ্যানযোগ—ইবিলাকৰ তত্ত্বৰ আলোচনা তন্ত্ৰশাস্ত্ৰৰ প্ৰধান উপাদান। দেবোৎপত্তি, নৰক দৰ্শন, ষট্‌চক্ৰ, যুগধৰ্ম্ম, শাসন ৰীতি, দেশাচাৰ, বিজ্ঞান প্ৰভৃতি, সাধনানুষ্ঠান, বাহ্য মানসী সাধনা আদি তন্ত্ৰশাস্ত্ৰৰ পৰাই পোৱা যায়।

মহানিৰ্বাণতন্ত্ৰৰ দ্বিতীয় উল্লাসত তন্ত্ৰসাধনা কলিযুগত একমাত্ৰ পন্থা বুলি কৈছে। বেদত ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বাণপ্ৰস্থ, সন্ন্যাস এই চাৰি আশ্ৰমৰ ব্যৱস্থা। তন্ত্ৰত গাৰ্হস্থ্য, সন্ন্যাস, অৱধূতাবস্থা এই তিনি আশ্ৰমৰ বিধান কৰিছে।

কঠোপনিষদত যমে নচিকেতাক শ্ৰেয়ঃ আৰু প্ৰেয়ঃ-ৰ অৰ্থ কৈছে। শ্ৰেয়ঃ—পৰম শান্তি—সকলো কামনাৰ পৰা মুক্তি। প্ৰেয়ঃ হল সকলো প্ৰকাৰৰ প্ৰিয় বস্তু—যিবিলাকৰ পৰা সকলো সুখ লাভ হয় বুলি মানুহে ভাবে। শ্ৰেয়ঃ আৰু প্ৰেয়ঃ যুগপৎ উদয় হয়, অসাধাৰণ মানুহবোৰে শ্ৰেয় আৰু সাধাৰণ মানুহবোৰে প্ৰেয়ঃটোকে গ্ৰহণ কৰে। "ৰূপংদেহি, ধনংদেহি" ইত্যাদি সাধাৰণ মানুহবোৰে কামনা কৰে। তন্ত্ৰৰ বীজ প্ৰেয়ঃ কামনাৰ অভ্যন্তৰত তাৰ পৰিণতি—তান্ত্ৰিক সাধক সকলৰ পক্ষে প্ৰবৃত্তিমাৰ্গ গ্ৰহণ কৰি ক্ৰমশঃ নিবৃত্তি মাৰ্গত প্ৰবেশৰ লক্ষ। তন্ত্ৰ শাস্ত্ৰই প্ৰেয়ঃ কামনাবোৰৰ ভিতৰত শ্ৰেয়ঃ—অৰ্থাৎ অমৃতত্ব লাভৰ নিৰ্দ্দেশক। শ্ৰেয়ঃ লাভৰ পন্থাই প্ৰেয়ঃক বৰ্জন কৰি অমৃতত্বৰ পথলৈ লৈ যায়। তন্ত্ৰশাস্ত্ৰই

প্ৰথমতে প্ৰেয়ঃ পাশ গ্ৰহণ কৰি অভ্যাসেৰে ক্ৰমে বৰ্জন আৰু অতিক্ৰম কৰি একে পথেৰেই শ্ৰেয়ঃ লাভৰ কাৰণে লৈ যায়।

যজন, যাজন, অধ্যয়ন, অধ্যাপনা, দান, প্ৰতিগ্ৰহ এইবোৰ বৈদিক ষট্‌কৰ্ম্ম; সিবিলাকক শুক্ল ষট্‌কৰ্ম্ম বোলা হয়। মাৰণ, উৎসাটন, বশীকৰণ, স্তম্ভণ, বিদ্বেষণ স্বস্ত্যয়ন এইবোৰ হল তান্ত্ৰিক ষট্‌কৰ্ম্ম। অথৰ্ব্ব বেদত মন্ত্ৰশক্তি সাধনা, কৱচ প্ৰভৃতি মন্ত্ৰৌষধিৰ উল্লেখ আছে। বৌদ্ধ হিন্দু তন্ত্ৰৰ সংখ্যা অগণিত।

তন্ত্ৰ সাধনাৰ প্ৰথম সোপান দীক্ষা গ্ৰহণ। দীক্ষা গ্ৰহণ নকৰিলে তন্ত্ৰ সাধনাৰ অধিকাৰী হব নোৱাৰে। যিয়ে দিব্যজ্ঞান দিয়ে আৰু পাপক্ষয় কৰে তাক দীক্ষা বোলে।

দিব্যং জ্ঞানং যতো দদ্যাৎ কুৰ্য্যাৎ পাপস্য সংক্ষয়।
তস্মাদ্দীক্ষেতি সা প্ৰোক্তা মুনিভিস্তত্ত্ববেদিভিঃ॥

অদীক্ষিত জনে কৰা জপ, পূজা আদি শিলত সিচা বীজৰদৰে (শিলায়ামুপ্ত বীজবৎ)। অদীক্ষিত জনে মৰণত ৰৌৰব নৰকলৈ যায়। তাৰ পিশাচত্বও নুগুচে; গতিকে দীক্ষা গ্ৰহণ প্ৰাধান্য দিছে তন্ত্ৰ শাস্ত্ৰই। দীক্ষা মানে ইষ্টমন্ত্ৰ দান আৰু গ্ৰহণ। ইষ্টমন্ত্ৰ অত্যন্ত গোপনীয়। মালা, মন্ত্ৰ আৰু যন্ত্ৰ গুৰুকো দেখুৱাব নাপায়। "মালা মন্ত্ৰঞ্চ যন্ত্ৰঞ্চ গুৰৌৰপি নদৰ্শয়েৎ।" জ্ঞান সঙ্কলিনী তন্ত্ৰই কৈছে—"যা পুনঃ শাম্ভবী বিদ্যা গোপ্যা কুলবধূৰিব।" দীক্ষা গ্ৰহণত ইষ্টমন্ত্ৰৰ লগত সাধকৰ যোটন মিলন চোৱা হয়। তান্ত্ৰিক মতে গৃহীৰ পক্ষে গৃহী গুৰু, সন্ন্যাসীৰ পক্ষে সন্ন্যাসী গুৰুৰ পৰা দীক্ষা গ্ৰহণ কৰিব লাগে। সপোনত পোৱা মন্ত্ৰ, স্ত্ৰীৰ পৰা পোৱা মন্ত্ৰ আৰু গৃহীৰ পক্ষে সন্ন্যাসীৰ পৰা লোৱা কল্যাণ দায়ক নহয়—"স্বপ্নে লব্ধা, স্ত্ৰিয়ো লব্ধা.... বিৰিক্ত শ্ৰমিনো দীক্ষা ন সা কল্যাণ দায়িকা॥"

বৈদিক গায়ত্ৰীৰ দৰে স্বতন্ত্ৰ তান্ত্ৰিক গায়ত্ৰীও আছে। আৰু তাক তন্ত্ৰিক কৰ মালাত প্ৰাতঃ মধ্যাহ্ন আৰু সায়াহ্ন কালত নিত্যজপ কৰিব লাগে। শূদ্ৰাদিৰ পক্ষে তান্ত্ৰিকী গায়ত্ৰীৰ প্ৰথম প্ৰণৱ উচ্চাৰণৰ অধিকাৰ আছে। দীক্ষা জগতত অধিকাৰ হয়। দীক্ষা গ্ৰহণৰ পিচত ব্ৰাহ্মণ-চণ্ডালৰ ভেদ নাই সাধনাৰ সময়ত। ভৈৰবী চক্ৰত ব্ৰাহ্মণ আৰু চণ্ডালৰ ভেদ নাই—চক্ৰভঙ্গৰ পিচত ভেদ আছে।

দীক্ষা গ্ৰহণৰ পিচৰ প্ৰথম সোপান অভিষেক—মন্ত্ৰপূত জলেৰে স্নান। অভিষেক কাৰ্য গুৰুৱেই কৰে। তন্ত্ৰ মাৰ্গেৰে চলি সাধকৰ শক্তিবৃদ্ধি হলে—নানা ৰকমৰ

অভিষেক কাৰ্য কৰে গুৰুই। মন্ত্ৰসিদ্ধিৰ কাৰণে পুৰশ্চৰণ কৰ্ম্ম প্ৰথমে কৰা হয়। একমাত্ৰ ইষ্টমন্ত্ৰ জনাত পুৰশ্চৰণৰ ফল লাভ কৰা হয়। মন্ত্ৰ জপৰ দ্বাৰাই চতুৰ্বৰ্গ ফল লাভ হয়।

কুলকুণ্ডলিনী শক্তি জাগৰণৰ কাৰণেই তান্ত্ৰিক প্ৰক্ৰিয়া। তান্ত্ৰিক সাধনাৰ লক্ষ হল মূলাধাৰত শিৱশক্তি কুলকুণ্ডলিনীক জাগ্ৰত কৰি ইয়াৰ কুণ্ডলী ভাব (মেৰ খোৱা ভাৱ) দূৰ কৰি উৰ্দ্ধমুখী কৰি শিৱচক্ৰক পৰম শিৱৰ লগত মিলিত কৰি কুণ্ডকুণ্ডলিনীক পুনঃ মূলাধাৰলৈ পুনৰানয়ন।

কুলকুণ্ডলিনী নিদ্ৰিত সাপৰ দৰে যোনি/লিঙ্গ আৰু গুহ্যদেশৰ মাজত ত্ৰিভুজাকৃতি মূলাধাৰত থাকে। কল্পিত ত্ৰিভুজৰ সূক্ষ্ম কোণ উৰ্দ্ধমুখী হৈ থাকে। চক্ৰত সোণ বৰণীয়া চতুঃ পটলবিশিষ্ট এটা পথ আছে। চাৰিটি পাহিত চাৰি প্ৰকাৰৰ স্পৰ্শ। যোগানন্দ, পৰমানন্দ, সহজানন্দ আৰু বীৰানন্দ। সুযুম্নাৰ মূল আধাৰ। এই চক্ৰৰ নাম মূলাধাৰ। মূলাধাৰৰ ওপৰত অগ্নিৰ দৰে উজ্জ্বল, হীৰাৰ দৰে স্বচ্ছ ষড়দল পদ্ম স্বাধিষ্ঠান চক্ৰ। তাৰ ওপৰত নাভিৰ বিপৰীত ঠাইত মেৰুদণ্ডৰ ভিতৰত থকা দশদল পদ্মৰ নাম মণিপুৰ চক্ৰ। মণিপুৰৰ ওপৰত দ্বাদশদলপদ্ম হৃদয়ত থকা অনাহত চক্ৰ—ইয়াৰ ভিতৰত থাকে বাণলিঙ্গ—তেৱেঁ শব্দ ব্ৰহ্ম। অনাহত পদ্মৰ ওপৰত বিশুদ্ধ চক্ৰ নামে ষোড়শদল পদ্ম। এই চক্ৰ হংস—মন্ত্ৰ বিশুদ্ধি কৰে—অৰ্থাৎ ওঁকাৰপে পৰিণত কৰে। তাৰ ওপৰত দুই ভ্ৰুৰ মাজত আজ্ঞা চক্ৰ। মন যেতিয়া এই চক্ৰত থাকে তেতিয়া জ্ঞানচক্ষু দিব্যদৃষ্টি লাভ হয়। এই ষট্‌চক্ৰ শক্তি সাধনাৰ লক্ষ—তান্ত্ৰিক মূল সাধনা। শিৱচক্ৰ বিন্দুস্থান সহস্ৰদল পদ্মত আৰোহনৰ পিচত দুটা চক্ৰ বাকী থাকে। কৈলাস পুৰী বোধিনীচক্ৰ—তাৰ পিচত শিৱচক্ৰ।

তন্ত্ৰাচাৰ বহু প্ৰকাৰৰ। সিবিলাকৰ ভিতৰত ভৈৰবী চক্ৰ, শৱ সাধনা—বামাচাৰী তান্ত্ৰিক হে এই সকলৰ বিধিৰ অধিকাৰী। তেওঁলোক নিবৃত্তিমাৰ্গৰ সাধক। "সোঽহম্" মন্ত্ৰ সিদ্ধি হোৱা কাৰণে তেওঁলোকৰ জীৱাত্মা আৰু পৰমাত্মাৰ প্ৰভেদ দূৰ হয়। কুলাৰ্ণৱ তন্ত্ৰ মতে চক্ৰৰ তান্ত্ৰিক সাধকসকলৰ ভিতৰত উপবিষ্ট হৈ পঞ্চ মকাৰ সাধন কৰা হয়। পঞ্চ মকাৰ হল—মদ্য, মাংস, মৎস্য, মুদ্ৰা, মৈথুন। এই পাচটি মকাৰ। ভৈৰবী চক্ৰৰ অধিষ্ঠাতা আৰু অধিষ্ঠাত্ৰী দেৱতা—আনন্দ ভৈৰব আৰু আনন্দ ভৈৰবী। চক্ৰত থকা সময়ত জীৱৰ শিৱত্ব প্ৰাপ্তি হয়—

সকলোৰে সমান। সকলোৰে সামাজিক বন্ধন হীন—পাশ মুক্ত। ব্ৰাহ্মণ-চণ্ডালৰ ভেদ নাথাকে শিৱশক্তিৰ বলত। কিন্তু চক্ৰভঙ্গৰ পিচত সকলোৰে সামাজিক বন্ধন আহি পৰে।

শৱ সাধনা—শূন্য গৃহত, নদীৰ পাৰত, পৰ্ব্বতৰ ওপৰত, নিৰ্জন স্থানত বিল্বমূল আৰু মহা শ্মশানত কৰা প্ৰশস্ত। সন্তমৃত, বিশেষকৈ অপঘাতজনিত মৃত শৱদেহ সাধনাৰ কাৰণে প্ৰশস্ত। তৰুণ বয়সৰ চণ্ডাল শৱদেহ বিশেষ প্ৰশস্ত। সাধনাৰ মন্ত্ৰ গুৰুৱে দিয়ে। তন্ত্ৰ সাধনাত গুৰুৰ উপদেশ বিনে একপদো অগ্ৰসৰ হব নোৱাৰি। অভিচাৰাদি—আনৰ অনিষ্টপূৰ্ব্বক নিজৰ ইষ্ট সাধনৰ কাৰণে নানা প্ৰক্ৰিয়া—কৃষ্ণ ষট্‌কৰ্ম্ম, অষ্টসিদ্ধি আদি আছে। বশীকৰণ, বিদ্বেষণ, উচ্চাটন প্ৰভৃতি কৰ্ম সাধকৰ সিদ্ধিৰ অন্তৰায়।

"পাশবদ্ধো ভবেজ্জীৱঃ পাশমুক্তঃ সদাশিৱঃ"—জ্ঞান সঙ্কলিনী তন্ত্ৰ। পাশ তিনি প্ৰকাৰৰ। যেনে—অবিদ্যা, কৰ্ম্ম আৰু মায়া। জীৱে যেতিয়া এই তিনি পাশৰ পৰা মুক্ত হয় তেতিয়া সি শিৱত্ব প্ৰাপ্ত হয়।

কুলাৰ্ণৱ তন্ত্ৰত পাশ মুক্তিৰ উপায় পাঁচ বিধ। এই বোৰক অৱলম্বন কৰি পাঁচ খন দৰ্শন শাখাৰ উৎপত্তি। বেদাচাৰ, কৰ্ম্মপন্থা বা বৈষ্ণৱাচাৰ, ভক্তিপন্থা বা শৈৱাচাৰ, ধ্যান পন্থা—দক্ষিণাচাৰ কৰ্ম্ম, বামাচাৰ—নিবৃত্তি মাৰ্গ।

তন্ত্ৰসাধক সকল স্তৰ বিভাগ হিচাবে দিব্য, বীৰ, পশু এই তিনি প্ৰকাৰৰ। পাশবদ্ধ দক্ষিণাচাৰী সাধক সকলৰ পঞ্চমকাৰ সিদ্ধিৰ অধিকাৰ নাই। কেৱল বামাচাৰী সাধকৰহে। ভৈৰৱী চক্ৰত পঞ্চমকাৰ সাধনাৰ সময়ত সাধক ভোগৰ মাজতো অনাসক্ত—অন্যথাই তাৰ পতন অনিবাৰ্য্য। পঞ্চমকাৰ সাধনা প্ৰকৃততে অন্তৰ্যজন জীৱাত্মাৰ লগত পৰমাত্মাৰ একাত্মবোধ। এই বোৰৰ পূৰ্ণভোগৰ সময়ত যাৰ চিত্তৰ স্থিৰতা থাকে—অবিকাৰ্য্য মনেৰে মন্ত্ৰজপত পূৰ্ণ মনোযোগ থাকে—সেই দিব্য সাধকৰহে পঞ্চমকাৰ সাধনাৰ অধিকাৰ।

তান্ত্ৰিকী সাধনা আশুফলপ্ৰদ। গতিকে তন্ত্ৰ ব্যৱহাৰিক প্ৰত্যক্ষ শাস্ত্ৰ। ভৈষজ্যবিদ্যা, পূজাৰ্চ্চনা, পঞ্চতত্ত্ব, গুহ্যসাধন ৰহস্য, নীতি ব্যৱস্থা স্বতঃ পৰিপূৰক। তন্ত্ৰ সাধনাৰ অনুষ্ঠানৰ পৰা যি শক্তি লাভ কৰা যায় সি ঐন্দ্ৰজালিক শক্তি। অদ্ভুত সুপ্তনিহিত অন্তঃশক্তিৰ বিচিত্ৰ বিকাশ। দ্বৈতবাদাত্মক জগতৰ মাজত

সাধকক দিব্যজ্ঞানমণ্ডিত কৰা তন্ত্ৰ শাস্ত্ৰৰ উদ্দেশ্য। তন্ত্ৰই কৈছে সাধনাই জীৱ মুক্তিৰ প্ৰকৃষ্ট উপায়। দ্বৈতবাদী সাধকে ক্ৰমে অদ্বৈত জ্ঞান মণ্ডিত হৈ ব্ৰহ্মানন্দত অবগাহন কৰি দেখিবলৈ পায় যে জগৎ ব্ৰহ্মৰ ভবলীলা বিকাশক জড় চেতনৰে প্ৰেমালিঙ্গনবদ্ধ। জগতত কোনোৱে দ্বৈতবাদৰ আৰু কোনোৱে অদ্বৈতবাদৰ পক্ষপাতী; কিন্তু তন্ত্ৰ শাস্ত্ৰ সম্যক অবগত হলে দ্বৈতাদ্বৈতৰ অতীত জ্ঞান লাভ হয়।

সাধকে নিজকে ইষ্টদেবতা বুলি ভাবি প্ৰাণায়ামাদি প্ৰক্ৰিয়াৰে ষট্‌চক্ৰ ভেদ পূৰ্ব্বক এটা ক্ষণৰ কাৰণেও যদি "সোঽহম" এইদৰে উপলব্ধি কৰি পৰমাত্মাৰ লগত জীৱাত্মাৰ সংযোগ কৰিব পাৰে তেতিয়াই সাধকৰ অমৃতত্ব উপলব্ধি হয়—গতিকে তান্ত্ৰিক সকলে গায়—"সদানন্দমীশং শিৱোঽহম্! শিৱোঽহম্!!

২য় খণ্ড

## শুদ্ৰকৰ

# মৃচ্ছকটিক

[ আনুমানিক ষষ্ঠ শতিকাৰ ৰচনা, মৃচ্ছকটিক সংস্কৃত নাট্য-সাহিত্যৰ এক অভিনৱ সৃষ্টি। ইয়াৰ ৰচক শুদ্ৰক নামে ৰজাক নাটকৰ প্ৰস্তাৱনাত প্ৰশস্তি কৰা হৈছে। এওঁ অশ্বমেধ যজ্ঞ সম্পাদন কৰা পৰাক্ৰমী ৰজা আৰু সৰ্বশাস্ত্ৰ বিশাৰদ পণ্ডিত আছিল বুলি কোৱা হৈছে। ৰজা শুদ্ৰকৰ নামোল্লেখ ৰাজ তৰঙ্গিণী, কথা সৰিৎ সাগৰ আৰু স্কন্দ পুৰাণতো পোৱা যায়। কথা সৰিৎ সাগৰৰ মতে শুদ্ৰক শোভাবতীৰ ৰজা আছিল। ৰাজতৰঙ্গিণীৰ মতে তেওঁ বিক্ৰমাদিত্যৰ অব্যৱহিত পূৰ্ব্ববৰ্ত্তী ৰজা। স্কন্দ পুৰাণৰ মতে শুদ্ৰক অন্ধ্ৰ বংশীয় নৃপতি। Sten Konow-ৰ মতে আভীৰ ৰাজ শিবদত্তই শুদ্ৰক।

শুদ্ৰকৰ আবিৰ্ভাৱ সম্পৰ্কে বিভিন্ন মতদ্বৈধ থকাৰ দৰে নাটকৰ ৰচক প্ৰকৃততে শুদ্ৰক হয় নে নহয় সেয়াও বিতৰ্কৰ বিষয় হৈ পৰিছে। বহুতৰ মতে ৰজা শুদ্ৰকৰ পৃষ্ঠপোষকতা লাভ কৰা কোনো কবিৰ ই ৰচনা। গদ্যকাৰ আৰু আলঙ্কাৰিক দণ্ডীকেই Prof. Pischel-এ এই নাটকৰ নাট্যকাৰ বুলি অনুমান কৰে। Macdonell-এ Pischel-ৰ এই মতকে সমৰ্থন কৰি ষষ্ঠ শতিকা এই নাটকৰ ৰচনাকাল বুলি ঠাৱৰ কৰিছে।

মৃচ্ছকটিক দহটি অংকত ৰচিত এখন প্ৰকৰণ। সামাজিক আৰু বাস্তৱ বুধিৰে ই সমুজ্জ্বল হৈ পৰি সংস্কৃত নাট্যৰীতিলৈ এক নতুন ধাৰা প্ৰবাহিত কৰিছে। সমাজৰ মধ্যবিত্ত শ্ৰেণীৰ অসংখ্য চৰিত্ৰ সৃষ্টি কৰি সেই সময়ৰ সমাজৰ এক চিত্ৰ প্ৰকাশ কৰাটোৱে নাট্যকাৰৰ কৃতিত্ব বুলি Wilson-এ মন্তব্য কৰি কৈছে—“The chief value of the Mrechakatika, aside from its interest as a drama lies in the graphic picture it presents of a very interesting phase of everyday life in ancient India. The elaborate description of the heroines palace in the fourth act gives us glimpse of what was considered luxury in those days.” ইয়াৰ লগতে আছে অনুপম হাস্যৰস, ৰহস্য আৰু সহঘটনাৰ প্ৰাদুৰ্ভাৱ। সেয়ে নাটকখনক সৰস কৰি তুলিছে। ]

## মৃচ্ছকটিক

উজ্জয়িনীৰ ৰাজপথেৰে খোজ লৈছিল বসন্তসেনা নামৰ সুন্দৰী অভিসাৰিকা। বাটতে তেওঁক লগ পালে ৰজাৰ খুলশালি শকাৰে। শকাৰ বসন্তসেনাৰ প্ৰেমলুব্ধ, লম্পট, দাম্ভিক আৰু মূৰ্খ। সি বসন্তসেনাৰ পিছ ললে। তাৰ লগত বীট আৰু চেটি। শকাৰে বসন্তসেনাক কামদেৱ মন্দিৰত দেখি তেওঁৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল। টকা-পইচাৰ লোভ দেখুৱায়ো কিন্তু তেওঁক সি হাত কৰিব পৰা নাই। এইবাৰ সি বল প্ৰয়োগৰ চেষ্টা কৰিলে। সি সাধাৰণতে ভয়াতুৰ কিন্তু লগত বীট আৰু চেটি আছে কাৰণে সি যেন সাহস পাইছে।

বসন্তসেনাক উদ্দেশ্য কৰি শকাৰে কবিত্ব প্ৰতিভা প্ৰদৰ্শন কৰিবলৈ ধৰিলে। কবিতা শকাৰৰ মূৰ্খতা আৰু অজ্ঞতা প্ৰকাশৰহে বাহন হৈ পৰিল।

"মোৰ মদন অনাঙ্গ মন্মথ বৰ্দ্ধন কৰি
আৰু নিশা শয্যাত মোৰ নিদ্ৰা আকৰ্ষণ
কৰি ভীত হৈ তুমি দৌৰি পলাইছা
কিয় ? তুমি মোৰ বশীভূত হৈছা ৰাৱণৰ কুন্তীৰ দৰে ?"

বীটে শকাৰৰ লগে লগে যোগ দিছে যদিও বীটৰ কিন্তু শকাৰৰ প্ৰতি সহানুভূতি নাই। বসন্তসেনাৰ প্ৰতি তাৰো অলপ আকৰ্ষণ আছে। বীটেও শকাৰৰ দৰে বসন্তসেনাৰ উদ্দেশ্যে কাব্য পাঠ কৰিছে। কিন্তু সি শকাৰৰ দৰে মূৰ্খ নহয়। তাৰ মাজত কাব্যিক গুণ পৰিস্ফুট হৈ উঠিছে। বসন্তসেনাই গাৰ অলংকাৰবোৰ সোলোকাই দিলে। দুৰ্বৃত্তবোৰ সন্তুষ্ট হৈ আতৰি যাব বুলি ভাবি গাৰ অলংকাৰবোৰ খুলিবলৈ যো-জা কৰোঁতেই বীটে কৈ উঠিল—

বীট : বাগিছাৰ ফুল চিঙা উচিত নহয়।

শকাৰ : মই ভাল পুৰুষ মানুহ। কৃষ্ণ। প্ৰেম কৰাৰ বাবে উপযুক্ত।

বসন্তসেনা : চুপ। দূৰ হ। ইতৰৰ দৰে কথা কৈছ।

শকাৰ : ( হাততালি দি ) মহাশয়, মহাশয় চোৱা চোৱা মোৰ প্ৰতি সচাই অনুৰাগিণী এই গণিকা কন্যা। সেয়ে মোক কৈছে আহা। শ্ৰান্ত হৈছা, ক্লান্ত হৈছা। মইতো অন্য গাওঁলৈও যোৱা নাই। অন্য নগৰলৈ যোৱা নাই। মহাশয়। মই মহাশয়ৰ শিৰ নিজৰ ভৰিৰে চুই শপত খাইছো। তোমাৰে পিছে পিছে খোজ কাঢ়ি মই ক্লান্ত হৈ পৰিছো।

বীট : তৰুণজনৰ সহায় বেশ্যালয়ৰ কথা বিবেচনা কৰা, চিন্তা কৰা, তুমি গণিকা বাটৰ কাষত জন্মা লতাৰ দৰে তুমি যি দেহ বহন কৰিছা তাক ধনেৰে কিনিব পাৰি। সি পণ্যৰ দৰে, হে ভাল ছোৱালী, তুমি সমানভাৱে সেৱা কৰা, পুৰুষ ভালেই হওক বা বেয়াই হওক।

বসন্তসেনা : গুণেহে অনুৰাগৰ কাৰণ, বল প্ৰকাশ নহয়।

বীট আৰু শকাৰৰ কথাৰ পৰা বসন্তসেনাই গম পালে বাওফালে চাৰুদত্তৰ ঘৰ। বসন্তসেনাই এন্ধাৰৰ সুযোগ লৈ চাৰুদত্তৰ ঘৰত সোমাল। চাৰুদত্ত এজন ব্ৰাহ্মণ সদাগৰ। সম্প্ৰতি তেওঁৰ দৰিদ্ৰ অৱস্থা। চাৰুদত্ত এন্ধাৰত বহি আছিল। বসন্তসেনা সোমোৱাত তেওঁ তেওঁৰ দাসী ৰদনিকা বুলি ভাবি গাত থকা চাদৰখন দি সেইখনেৰে তেওঁৰ লৰা ৰোহসেনক মেৰিয়াই ভিতৰলৈ লৈ যাবলৈ কলে। বসন্তসেনা চাদৰখনৰ সুবাসত যেন আলোড়িত হৈ উঠিল। বসন্তসেনাই চাদৰখন নিজৰ গাত মেৰিয়াই ললে। চাৰুদত্তই ৰোহসেনক ভিতৰলৈ লৈ যাবলৈ আকৌ কোৱাত বসন্তসেনাই স্বগতোক্তি কৰিলে।

বসন্ত : তোমাৰ অন্তঃপুৰত প্ৰবেশ কৰাৰ অধিকাৰ মোৰ দৰে হতভাগিনীৰ নাই।

চাৰুদত্তই ৰদনিকাই তেওঁৰ দৈন্য অৱস্থাৰ বাবে অৱজ্ঞা কৰি নমতা বুলি ভাবি নিজৰ দুখৰ কথা স্মৰণ কৰিব ধৰিলে। এনেতে বিদূষকে মৈত্ৰেয়ই ৰদনিকাক আহি থকা দেখি কৈ উঠিল—সেয়া দেখো ৰদনিকা। চাৰুদত্তই কলে—"তেনেহলে এওঁ কোন? কোনেনো মোৰ গাৰ বস্ত্ৰ লৈ নিজক নিজকে দূষিত কৰিলে? এওঁক দেখা গৈছে যেন শৰৎ মেঘেৰে আচ্ছাদিত চন্দ্ৰকলা। পৰস্ত্ৰীক লক্ষ্য কৰা উচিত হোৱা নাই।"

মৈত্ৰেয়ই : পৰস্ত্ৰী শংকা নকৰিবা। এওঁ বসন্তসেনা। এওঁ তোমাক কামদেৱৰ উদ্যানত দেখাৰ পৰাই অনুৰাগিণী।

চাৰুদত্ত : এওঁ বোৰ অনুৰাগ জন্মাইছে যেতিয়া মোৰ বৈভৱ ক্ষীণ হৈ আহিছে। ই যেন কাপুৰুষৰ ক্ৰোধ যি নিজৰ মততেই লীন হৈ যায়।

পৰিচয় নোপোৱাৰ কাৰণে তেওঁক দাসী বুলি ভবাৰ কাৰণে চাৰুদত্তই বসন্তসেনাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। তাৰ উত্তৰত বসন্তসেনাই কলে—"যত মোৰ প্ৰবেশৰ যোগ্যতা নাই—এনে উচ্চস্থানলৈ আহি মই অপৰাধিনী, (মূৰ নত কৰি) মই মহাশয়ক প্ৰণাম কৰি ক্ষমা প্ৰাৰ্থনা কৰিছো।

বসন্তসেনা যাবলৈ ওলাল। যোৱাৰ আগে আগে বসন্তসেনাই অলংকাৰ-বোৰ খুলি তেওঁৰ ওচৰত গচ্ছিত থব খুজিলে। অলংকাৰৰ লোভত দুৰ্বৃত্তসকলে আকৌ তেওঁক আক্ৰমণ কৰিব পাৰে। চাৰুদত্তই তেওঁৰ এই ঘৰ অলংকাৰ ৰখাৰ কাৰণে উপযুক্ত নহয় বুলি কলে। তাৰ উত্তৰত বসন্তসেনাই কলে মহাশয় বাজে কথা। পুৰুষলৈ চাই ধন গচ্ছিত ৰখা হয়, ঘৰলৈ চাই নহয়।

মৈত্ৰেয়ৰ সৈতে বসন্তসেনাই ঘৰলৈ প্ৰস্থান কৰিলে। বসন্তসেনাই সখী পৰিচাৰিকা মদনিকাৰ আগত চাৰুদত্তৰ প্ৰতি তেওঁৰ অনুৰাগৰ সৃষ্টি হোৱাৰ কথা কলে। মদনিকাই চাৰুদত্তৰ দাৰিদ্ৰ্ৰ অৱস্থাৰ কথা গম পায়।

মদনিকা : চাৰুদত্তৰতো আৰু বৈভৱ নাই।

বসন্তসেনা : সেই কাৰণেইতো কামনা কৰিছো তেওঁক। গণিকাই দৰিদ্ৰ ব্যক্তিৰ প্ৰতি অনুৰাগিণী হলে মানুহৰ কবলগীয়া একো নেথাকে।

মদনিকা : আৰ্থিকা ফুলহীন আমৰ গছৰ ওচৰলৈ জানো মৌমাখি যায়?

বসন্তসেনা : সেই কাৰণেইতো সিহঁতক মধুকৰী বোলা হয়।

এনে সময়তে এটা ঘটনা ঘটিল। জুৱাৰ আড্ডাৰ গৰাকী মাথুৰে জুৱাৰী সংবাহকক বিচাৰি আহিছে তাৰ সঙ্গীৰ লগত। দহটা স্বৰ্ণ মুদ্ৰা দিব নোৱাৰি সংবাহক পলাইছে আৰু মাথুৰৰ হাতৰপৰা সাৰিবলৈ এটা মন্দিৰত সোমাই বিগ্ৰহৰ দৰে ধৰিব নোৱাৰা হৈ থাকিল। মন্দিৰত সোমায়ো মাথুৰে সংবাহকক কিন্তু ধৰিব নোৱাৰিলে। মাথুৰ আৰু তাৰ সঙ্গীয়ে মন্দিৰৰ সন্মুখতে জুৱা খেল আৰম্ভ কৰিলে। জুৱা খেলৰ শব্দ শুনি সংবাহকৰ মনত খেলাৰ প্ৰবৃত্তি জাগ্ৰত হৈ উঠিল আৰু সি নিজকে আত্ম সংবৰণ কৰি ৰাখিব নোৱাৰিলে। মাথুৰ আৰু সঙ্গীয়ে যেতিয়া 'মোৰ পাল' 'মোৰ পাল' বুলি চিঞৰিব ধৰিলে মূৰ্ত্তি হৈ থকা সংবাহকো দৌৰি আহিল 'মোৰ পাল বুলি'। মাথুৰে তাক ধৰি পেলালে। সংবাহকে বহুতো অনুনয়, বিনয় কৰাতো মাথুৰে তাক নেৰিলে। শেষত সংবাহকে নিজক বিক্ৰী কৰিবলৈ থিৰ কৰিলে। কিন্তু তাক কোনে কিনিব। এনেতে দুৰ্দ্দৰক নামে এজন সহৃদয় ব্যক্তিৰ আগমন ঘটিল। মাথুৰক সি বুজাবৰ চেষ্টা কৰিলে। কিন্তু মাথুৰে কোনো কথা নুশুনি অধৈৰ্য্য হৈ সংবাহকৰ নাকত কোব সোধাই দিলে। দুৰ্দ্দৰকে সংবাহকক ৰক্ষা কৰিবলৈ গৈ নিজেও মাৰ খালে। অৱশেষত দুৰ্দ্দৰকে মাথুৰৰ চকুত এমুঠি ধুলি মাৰি দি সংবাহকক পলাবলৈ ইঙ্গিত দিলে।

সংবাহক দৌৰি পলাই আহি বসন্তসেনাৰ ঘৰত সোমাল। বসন্তসেনাই তাৰ পৰিচয় ললে। সি এসময়ত চাৰুদত্তৰ দাস আছিল বুলি বসন্তসেনাৰ তাৰ প্ৰতি সহানুভূতি জাগি উঠিল। বসন্তসেনাই তাক উদ্ধাৰ কৰিলে; জুৱাৰ ধাৰ পৰিশোধ কৰি। সংবাহকে এই অপমান পাই আৰু জুৱা নেখেলো বুলি প্ৰতিজ্ঞা কৰিলে বসন্তসেনাৰ সমুখত। সি বৌদ্ধ ভিক্ষু হৈ ওলাই যোৱা সংকল্প ললে।

এনে সময়তে ৰাজপথত কোলাহল আৰম্ভ হল। বসন্তসেনাৰ দুষ্ট হাতী এটাই মাউতক গাৰি ৰাজপথত তাণ্ডৱ লীলা আৰম্ভ কৰিছিল। ক্ষন্তেক পাছতে বসন্তসেনাৰ পৰিচাৰক কৰ্পূৰক আহি খবৰ দিলে যে সি দুষ্ট হাতীটোক বশ কৰিছে আৰু এই কাৰণে উজ্জয়িনীৰ সকলোৱে তাক প্ৰশংসা কৰিছে। আৰ্য্য চাৰুদত্তই তাক জাতি কুসুম সুবাসিত উত্তৰীয় বস্ত্ৰ পুৰস্কাৰ ৰূপে দিছে। বসন্তসেনাই কৰ্পূৰকৰ গাৰ পৰা চাদৰখন লৈ তাৰ বিনিময়ত নিজৰ গহনা খুলি কৰ্পূৰকক দিলে। চাৰুদত্ত এতিয়া কত? বুলি কৰ্পূৰকক সোধাত সি কলে যে এই পথেৰেই তেওঁ গৈ আছে। তেওঁক চাবলৈ বসন্তসেনা ওপৰলৈ উঠি গল।

ৰাতি বহুতো হৈছে। মৈত্ৰেয়ই চাৰুদত্তৰ কাৰণে অপেক্ষা কৰি আছে। চাৰুদত্তই গান শুনিবলৈ গৈ উভতি অহা নাই। অৱশেষত চাৰুদত্ত উভতি আহিল। ঘৰৰ সকলোৱে ইতিমধ্যে শুইছে। সেয়ে ঘৰৰ মানুহৰ টোপনি নাভাঙি চাৰুদত্তই মৈত্ৰেয়ৰ সতে বাহিৰৰ কোঠা এটাত শুলে। গভীৰ ৰাতি কোঠাত এটা চোৰ সোমাল। চোৰৰ নাম শৰ্বিলক। ব্ৰাহ্মণৰ লৰা। সৰ্ব-বিদ্যাবিশাৰদ। কিন্তু স্বভাৱটো ব্ৰাহ্মণ যুৱকৰ দৰে নহয়। সি ভাল পায় বসন্তসেনাৰ পৰিচাৰিকা মদনিকাক। বসন্তসেনাক তাইৰ মূল্য দি তাইক উদ্ধাৰ কৰিবলৈ অৱশেষত সি চোৰ কাৰ্য্যত প্ৰবৃত্ত হব লগা হৈছে। সেই ৰাতি শৰ্বিলকে বসন্তসেনাই থৈ যোৱা অলংকাৰখিনি চুৰি কৰি লৈ গল। চাৰুদত্ত মৰ্মাহত হল। মানুহে এতিয়া ভাবিব কি? অভাৱৰ তাড়নাত সেই অলংকাৰবোৰ আত্মসাৎ কৰা বুলি ভাবিব নিশ্চয়। চাৰুদত্তৰ পত্নীয়ে এই কথা শুনিলে আৰু বসন্তসেনাৰ অলংকাৰৰ ক্ষতিপূৰণস্বৰূপে তেওঁৰ ৰত্নমালাদালকে দিবলৈ মৈত্ৰেয়ক কলে। তাকে শুনি চাৰুদত্তই কলে—মোৰ স্ত্ৰীয়েও মোক অনুকম্পা কৰিছে। আহা! মই সচাকৈয়ে দৰিদ্ৰ হৈছো। কিন্তু পিছ মুহূৰ্ত্তত পত্নীৰ এই কাৰ্য্যৰ বাবে চাৰুদত্তই দুখৰ মাজতো সান্ত্বনা আৰু গৌৰব অনুভৱ কৰিলে।

বসন্তসেনাৰ গচ্ছিত অলংকাৰবোৰ তেওঁ জুৱা খেলত হৰা বাবেই এই ৰত্নাৱলীদাল তেওঁলৈ দি পঠাইছে বুলি কবলৈ শিকাই বুজাই চাৰুদত্তই মৈত্ৰেয়ক বসন্তসেনাৰ ওচৰলৈ পঠাই দিলে।

চুৰি কৰা গহনাৰে শৰ্বিলকে মদনিকাক বসন্তসেনাৰ দাসীত্বৰ পৰা মোকোলাবলৈ আহিছে। মদনিকাই অলংকাৰবোৰ দেখিয়েই সেইবোৰ বসন্তসেনাৰ বুলি চিনি পালে। সি অলংকাৰবোৰ কেনেকৈ পালে তাক সোধাত সি আচল কথা খুলি কলে। মদনিকাই অলংকাৰবোৰ বসন্তসেনাক ঘূৰাই দিবলৈ কোৱাত শৰ্বিলকে বসন্তসেনাৰ ওচৰলৈ গৈ মিছাকৈ কলে যে চাৰুদত্তই অলংকাৰবোৰ তাৰ হাতত দি পঠাইছে। বসন্তসেনাই ইয়াৰে উত্তৰ দি পঠাও বুলি কোৱাত শৰ্বিলকে ভয় খালে। প্ৰত্যুত্তৰ লৈ তেওঁ চাৰুদত্তৰ ওচৰলৈ কেনেকৈ যাব? কিন্তু বসন্তসেনাই তাৰ সন্দেহ নিৰসন কৰি কলে “আৰ্য্য চাৰুদত্তই মোক কৈছিল যি ব্যক্তিয়ে তোমাক এই অলংকাৰবোৰ ওভোটাই দিবলৈ আহিব তাকেই তুমি মদনিকাক দান কৰিবা। সেই মৰ্মে মদনিকাক তোমাৰ দান কৰা হল।”

শৰ্বিলকে মদনিকাক গ্ৰহণ কৰিলে। মদনিকাৰ লৈতে সুখৰ সংসাৰ ৰচাৰ সপোন লৈ শৰ্বিলকে গাড়ীত উঠি যাবলৈ উদ্যোগ কৰিছেহে মাত্ৰ এনেতে নেপথ্যত ঘোষণা শুনা গল—গোপাল পুত্ৰ আৰ্য্যক ৰজা হব বুলি সিদ্ধ পুৰুষে ভবিষ্যত বাণী কৰাত সেয়া ফলিব পাৰে বুলি শংকা কৰি ৰজা পালকে তেওঁক বন্দী কৰিছে। আৰ্য্যক শৰ্বিলকৰ পৰম মিত্ৰ আছিল। মিত্ৰৰ এনে বিপদ কালত তেওঁ প্ৰিয়া মিলনৰ আনন্দত মগ্ন হৈ থাকিব নোৱাৰে। তেওঁ তৎক্ষণাত গাড়ীৰ পৰা নামি মদনিকাক তাইৰ গুৰুজনৰ ওচৰত থি আৰ্য্যকক মুক্ত কৰিবলৈ সহায় কৰিবলৈ ওলাল।

শৰ্বিলক আৰু মদনিকা গুচি যোৱাৰ পাচতহে বসন্তসেনাৰ ওচৰলৈ ৰত্নাৱলী দাল লৈ মৈত্ৰেয় আহি পালে। চাৰুদত্তই দিয়া ৰত্নাৱলী দাল বসন্তসেনাই সাদৰে গ্ৰহণ কৰিলে। মৈত্ৰেয় কিন্তু ক্ষুণ্ণ হল বসন্তসেনাৰ ৰত্নাৱলীৰ প্ৰতি লোভ হোৱা বুলি ভাবি। বসন্তসেনাই চাৰু দত্তই জুৱাত হাৰি সেই অলংকাৰ বোৰ হেৰুৱা কথা মৈত্ৰেয়ৰ পৰা শুনি তেওঁ মৈত্ৰেয়ক কলে যে আজি সন্ধ্যা সেই জুৱাৰীক তেওঁ লগ ধৰিবলৈ যাব। মৈত্ৰেয়ই মনে মনে ভাবিলে গৈ আৰু কি পাবা?

আকাশ ভৰিল মেঘ মালাৰে। চেড়ীয়ে বসন্তসেনাক মেঘলৈ দৃষ্টি আকৰ্ষণ কৰাত বসন্তসেনাই কলে—মেঘৰেই আকাশ ভৰক, ৰাতিয়েই হওক, অবিৰাম বৰষুণ বৰষক মই একোকে গ্ৰাহ্য নকৰো।

চাৰুদত্তৰ ঘৰলৈ গৈ বসন্তসেনাই ৰাতি কটালে। তেওঁৰ ব্যৱহাৰত দাস-দাসী সকলো মুগ্ধ হৈ পৰিল। চাৰুদত্তৰ পত্নীয়ে তেওঁক দেখা কৰা নাছিল। যোৱাৰ আগে আগে বসন্তসেনাই ৰত্নাৱলীধাৰ চাৰুদত্তৰ পত্নীক ওভোটাই দি কলে মই চাৰুদত্তৰ বশীভূত দাসী, তাৰ লগতে তোমাৰো। চাৰুদত্তৰ পত্নীয়ে হাৰদাল ওভোটাই পঠাই কৈ পঠালে আৰ্য্যপুত্ৰই তোমাক এই উপহাৰ দিছে মই তাক ওভোটাই লব নোৱাৰো। তাৰোপৰি তুমি জানি থোৱা যে আৰ্য্যপুত্ৰই মোৰ কণ্ঠহাৰ।

এনেতে চাৰুদত্তৰ পুত্ৰ ৰোহসেনক লৈ প্ৰবেশ কৰিলে ৰদনিকা। ৰোহসেনে মাটিৰ গাড়ীৰে নেখেলে তাক সোণৰ গাড়ী লাগে। বসন্তসেনাই তাক দেখি আনন্দতে কোলাত তুলি ললে। কোলাত উঠি ৰদনিকাক সি সুধিলে এয়া কোন?

ৰদনিকা: বাছা তোমাৰ মা।

ৰোহসেন: এওঁ যদি মোৰ মা তেনেহলে এওঁৰ গাত দেখোন গহনা আছে?

বসন্তসেনাই ৰোহসেনৰ মাক সাজিবলৈ অলংকাৰবোৰ গাৰ পৰা খুলি মাটিৰ খেলাগাড়ীখনত সেইবোৰ থৈ দি কলে এই চোৱা মই তোমাৰ মা হলো। এই গহনাবোৰ নি সোণৰ খেলাগাড়ী সাজি লোৱা গৈ।

বসন্তসেনাৰ চকুৰ পৰা চকুপানী পৰিব ধৰিলে। ৰোহসেনে কলে—তুমি কান্দিছা? তোমাৰ বস্তু মই নলও। চকু মচি বসন্তসেনাই কলে—আৰু নেকান্দো। তুমি সোণৰ খেলাগাড়ী সজাই লোৱাগৈ।

ৰদনিকাই ৰোহসেনক লৈ যোৱাৰ পিছত চাকৰে আহি খবৰ দিলে যে বসন্তসেনাক পুষ্পকৰণ্ডক জীৰ্ণোদ্যানলৈ লৈ যাবৰ বাবে গাড়ী আহিছে। বসন্তসেনা যাবলৈ প্ৰস্তুত হল। বসন্তসেনা ওলাই আহি ভুল কৰি এখন বেলেগ গাড়ীত উঠিলহি আৰু বসন্তসেনাক নিবলৈ অহা গাড়ীত উঠিল কাৰাগাৰৰ পৰা পলাই অহা আৰ্য্যক। গাড়ী চালক স্থাবৰকে শিকলিৰ শব্দকে বসন্তসেনাৰ নুপূৰৰ শব্দ বুলি ভাবি বসন্তসেনাই গাড়ীত উঠা বুলি গাড়ী চলাই দিলে।

আৰ্য্যক পলোৱাৰ বাতৰি পোৱাৰ লগে লগে সকলো ফালৰ বাট পথ যান বাহনবোৰ পৰীক্ষা কৰা হৈছিল। স্থাবৰকৰ গাড়ী আগুৰিলে দুজন পহৰাদাৰ চন্দনক আৰু বীৰকে। চন্দনকে গাড়ীৰ ভিতৰখন চাবলৈ গৈ আৰ্য্যকক দেখিলে। আৰ্য্যক তাৰ শৰণাপন্ন হল। আৰ্য্যক আৰু চন্দনকৰ বন্ধু শৰ্বিলকৰ মিত্ৰ। চন্দনকে গাড়ী যাবলৈ দিলে। গাড়ী জীৰ্ণোদ্যান অভিমুখে গতি ললে। চন্দনকেও শৰ্বিলক আৰ্য্যকৰ দলত যোগ দিবলৈ গল।

গাড়ী আহি পোৱাত মৈত্ৰেয় আগবাঢ়ি গল বসন্তসেনাক আদৰি আনিবলৈ। গাড়ীৰ ভিতৰত আৰ্য্যকক দেখি মৈত্ৰেয়ই চিঞৰি উঠিল—বসন্তসেনা কত? এয়া দেখোন বসন্তসেনহে। আৰ্য্যক নামি আহি চাৰুদত্তৰ আগত নিজ পৰিচয় দি তেওঁৰ শৰণ ললে। চাৰুদত্তই দাসৰ হতুৱাই আৰ্য্যকৰ ভৰিৰ শিকলি খহালে। তাৰ পাছত নিজৰ গাড়ীৰেই আৰ্য্যকক তেওঁৰ গন্তব্য স্থানলৈ পঠাই দিলে।

শকাৰ আৰু বীট জীৰ্ণোদ্যানত নিজৰ গাড়ীৰ বাবে অপেক্ষা কৰি আছিল। গাড়ী আহি পালে। গাড়ীৰ ভিতৰত বসন্তসেনা। প্ৰেমত ব্যৰ্থ হৈ শকাৰে বসন্তসেনাক প্ৰহাৰ কৰিবলৈ ধৰিলে। বীটে বাধা দিলে। শকাৰে বীট আতৰি গলে সি বসন্তসেনাৰ সন্মতি আদায় কৰিব বুলি কোৱাত বীট দূৰলৈ আতৰি গল। এইখিনি সময়তে শকাৰে বসন্তসেনাক নিৰ্ম্মমভাবে প্ৰহাৰ কৰি গলত টিপি ধৰিলে। বসন্তসেনা মৃতবৎ হৈ মাটিত পৰি গল। শকাৰৰ ভয় লাগিল। এতিয়াই যদি বীট আহি পায়!

বীট উভতি আহি বসন্তসেনাক নেদেখি চিন্তিত হল। শকাৰে প্ৰথমতে কথাটো ঢাকিব খুজিছিল। কিন্তু পিছ মুহূৰ্ত্তত নিজৰ বীৰত্ব প্ৰকাশ কৰি সি কৈ পেলালে, মই তাইক হত্যা কৰিছো। বীট চমকি উঠিল। সি সেই ঠাই এৰিব খোজাৰ লগে লগে শকাৰে বাট আগচি ধৰি কৈ উঠিল—পুষ্পকৰণ্ডক জীৰ্ণোদ্যানত বসন্তসেনাক হত্যা কৰি এতিয়া কলৈ পলাব?

বীটেও উত্তেজিত হৈ খাপৰ পৰা তৰোৱাল উলিয়াই লৈ গৰ্জন কৰি উঠিল। শকাৰে ভয় খাই তাক যাবলৈ দিলে। বীটে ঠিক কৰিলে এনে মানুহৰ লগত থাকিব নোৱাৰি। আৰ্য্যক, শৰ্বিলক, চন্দনক প্ৰভৃতিৰ লগ লগাই শ্ৰেয়।

বীট আতৰি যোৱাৰ পাছত বসন্তসেনাৰ দেহ শুকান লতা-পাতেৰে ঢাকি দি শকাৰ তাৰপৰা গুচি গল। ক্ষন্তেক পাছতে তালৈ বৌদ্ধ ভিক্ষু হোৱা সংবাহক

আহি বসন্তসেনাক তেনে অৱস্থাত পাই শুশ্রূষা কৰি চেতনা আনিলে আৰু বৌদ্ধ বিহাৰলৈ লৈ গল।

বসন্তসেনাৰ হত্যাৰ দায় এৰাই লগতে চাৰুদত্তক অভিযুক্ত কৰিবলৈ পিছদিনা পুৱাই শকাৰে আদালতলৈ গৈ বিচাৰ দিলে যে দৰিদ্ৰ চাৰুদত্তই অলংকাৰৰ লোভত বসন্তসেনাক হত্যা কৰিছে। বিচাৰকৰ আগত সি কলে—"কোনো ধূৰ্তলোকে পুষ্পৰণ্ডক জীৰ্ণোদ্যানলৈ লৈ গৈ বসন্তসেনাক ডিঙি চেপি হত্যা কৰি তাইৰ অলংকাৰবোৰ লৈ গৈছে। মই কিন্তু কৰা নাই।"

বিচাৰকে শকাৰৰ এনে উক্তিত আচৰিত হৈ শ্ৰেষ্ঠীক "মই হত্যা কৰা নাই" বুলি কোৱা কথাখিনি লিখি ৰাখিবলৈ কলে।

বিচাৰক : তুমি কেনেকৈ জানিলা যে গহনাৰ কাৰণেই বসন্তসেনাক হত্যা কৰা হৈছে।

শকাৰ : গাত গহনা নাই, ডিঙিত হাৰ নাই, সেয়ে অনুমান কৰিছো।

বিচাৰ কক্ষলৈ বসন্তসেনাৰ মাকক মাতি অনা হল। মাকক ছোৱালীৰ কথা সোধাত কোনোবা বন্ধুৰ ঘৰলৈ যোৱা বুলি কলে। কিন্তু বন্ধুৰ নাম কবলৈ মাক সন্মত নহল। কিন্তু বিচাৰক পুনৰবাৰ প্ৰশ্ন কৰাত চাৰুদত্তৰ নাম কলে।

চাৰুদত্তক মাতি অনা হল। অধিকৰণ মণ্ডপত তেওঁক যথাযোগ্য সন্মান দিয়াত মাটিত বহি থকা শকাৰ ক্ষুব্ধ হৈ পৰিল।

বিচাৰকৰ আগত বসন্তসেনাৰ তেওঁ মিত্ৰ বুলি কবলৈ দ্বিধা বোধ নকৰিলে। ইতিমধ্যে বিচাৰকে বীৰকক ঘটনা ঘটা ঠাইলৈ পঠাই দি গম পালে যে তাত নাৰীৰ এটা মৃতদেহ পৰি থকা কথাটো সঁচা। কিন্তু দেহটো শিয়ালে কুকুৰে খাই পেলোৱাত চিনিব নোৱাৰা হৈছে। কেৱল হাত ভৰি আৰু মূৰৰ চুলিৰ পৰা অনুমান কৰিব পাৰি নাৰীৰ মৃতদেহ বুলি।

এনে সময়তে আৰু এটি ঘটনা ঘটি গল। মৈত্ৰেয়ক চাৰুদত্তই বসন্তসেনাই ৰোহসেনৰ বাবে দি অহা অলংকাৰবোৰ ওভোটাই দিবলৈ বসন্তসেনাৰ ঘৰলৈ পঠাইছিল। মৈত্ৰেয়ই বাটতে শুনিলে যে চাৰুদত্তক আদালতলৈ লৈ গৈছে। তেওঁ বসন্তসেনাৰ ঘৰলৈ নগৈ বিচাৰ কক্ষত গৈ ওলাল আৰু তাতে সকলো কথা শুনি খঙতে শকাৰক মৈত্ৰেয়ই আক্ৰমণ কৰিবলৈ উদ্যত হল। দুয়োৰে হতাহতি লগাত মৈত্ৰেয়ই ককালত বান্ধি লোৱা অলংকাৰৰ টোপোলাটো ওলাই পৰিল। বিচাৰক বসন্তসেনাৰ মাকক সেই অলংকাৰবোৰ চিনাক্ত কৰিবলৈ কলে। বসন্তসেনাৰ

মাকে চিনাক্ত কৰিবলৈ আপত্তি কৰিলে। বৰং তেওঁ চাৰুদত্তক ক্ষমা কৰিবলৈ বিচাৰকক অনুৰোধ জনালে—তেওঁৰ ছোৱালীক যদি সঁচাকৈয়ে চাৰুদত্তই হত্যাও কৰিছে তথাপিও তেওঁ দীঘায়ু হৈ বাচি থাকক।

বসন্তসেনাৰ মাকৰ কথাই চাৰুদত্তক দণ্ডৰ পৰা ৰেহাই নিদিলে। ৰজাই বিচাৰকে কৰা বিচাৰৰ ভিত্তিত চাৰুদত্তক মৃত্যুদণ্ডৰ আদেশ দিলে—চাৰুদত্তক দক্ষিণে শ্মশানলৈ নি শূলদণ্ড দিব লাগে।

দুজন চণ্ডালে চাৰুদত্তক লৈ বধ্যভূমিলৈ যাত্ৰা কৰিছে। চাৰুদত্তৰ অঙ্গ ৰঙা চন্দনৰ প্ৰলেপ সনা, ডিঙিত ৰক্ত কৰবীৰ মালা, হাতত শূল। বাটত অজস্ৰ মানুহে চাৰুদত্তক চাবলৈ আহিছে। বাটৰ ভিৰ আতৰাই দি আগুৱাই গৈ চণ্ডালবোৰে কৈ গৈছে সৎ পুৰুষৰ মৃত্যুদণ্ড চাব নেপায়। আপোনালোক আতৰি যাওক। চাৰুদত্তৰ দৰে সৎ মানুহৰ মৃত্যুদণ্ডই শোকাকুল কৰি তুলিছে গোটেই মহানগৰীক। তেওঁলোকৰ চকুৰ পানীৰে যেন ৰাজপথ তিতি গল।

মৃত্যুমুখী চাৰুদত্তই শুনিবলৈ পালে অদূৰৈত পুত্ৰ ৰোহসেন আৰু মিত্ৰ মৈত্ৰেয়ৰ বিলাপ ধ্বনি। চাৰুদত্তৰ হৃদয় বিদীৰ্ণ হল। চণ্ডালবোৰৰ ওচৰত তেওঁ এবাৰ মাত্ৰ ৰোহসেনক চোৱাৰ বাবে প্ৰাৰ্থনা কৰিলে। চণ্ডালে চাৰুদত্তৰ মনৰ ইচ্ছা পূৰণ কৰিবলৈ ৰোহসেনক ওচৰলৈ লৈ আহিল। বিদায়কালত পুত্ৰক দিবলৈ তেওঁৰ হাতত একো নাই আছে কেৱল গাত যজ্ঞোপবীত। তাকেই তেওঁ পুত্ৰক দান কৰিলে। ৰোহসেন পিতৃৰ দুখত ম্ৰিয়মান হৈ পৰিল।

চাৰুদত্তক এনেদৰে বধ্যভূমিৰ ফালে লৈ যাওতে শকাৰৰ ভৃত্য স্থাবৰকে প্ৰাণ বিপন্ন কৰি খিৰিকি ভাঙি ওলাই আহি চণ্ডালৰ আগত প্ৰকৃত ঘটনা কবলৈ ধৰিলে। স্থাবৰকে এই ঘটনা জানে কাৰণেই শকাৰে তাক বন্ধ ঘৰত সুমুৱাই থৈ দিছিল। স্থাবৰক প্ৰথমতে শকাৰে ভেটি দি মুখবন্ধ কৰিব খুজিছিল যদিও সি সকলো কথা কৈ গল। কিন্তু শকাৰে কৌশলেৰে প্ৰতিপন্ন কৰিলে যে স্থাবৰকৰ কথাবোৰ মিছা। চণ্ডালে তাৰ কথালৈ কাণ নিদিলে।

চাৰুদত্ত আহি বধ্যভূমি পালে, মৃত্যুৰ বাবে তেওঁ সাজু। কিন্তু চণ্ডাল দুজনৰ মাজত কোনে বধ কৰিব এই লৈ কিছু কথা কটাকটি হোৱাৰ পাছত যিজনৰ গাত হত্যাৰ ভাৰ পৰিল সি লগে লগে চাৰুদত্তক হত্যা নকৰি ক্ষন্তেক সময় ৰল। তাক হেনো পিতৃয়ে মৰিবৰ সময়ত এই উপদেশ দি গৈছে যে বধ্যজনক লগে লগে বধ কৰিব নেলাগে। কাৰণ কেতিয়াবা কোনো সদাগৰে টকা দি বধ্য ব্যক্তিক

মোকোলাই লৈ যায়। কেতিয়াবা ৰজাৰ পুত্ৰলাভ হলেও সেই উপলক্ষে সকলো বধ্য ব্যক্তিক মুকলি কৰা হয়। কেতিয়াবা আকৌ হাতীয়ে শিকলি চিঙি গোলমালৰ সৃষ্টি কৰে আৰু সেই গোলমালেও বধ্য ব্যক্তি সাৰি যায়। নতুন ৰজা হৈয়ো কেতিয়াবা—মৃত্যুদণ্ডেৰে দণ্ডিত ব্যক্তিক খালাচ দিয়ে।

শকাৰে কিন্তু হুলস্থুল লগাই দিছে। সোনকালে বধ্য ব্যক্তিক হত্যা কৰি পেলাব লাগে। দক্ষিণ শ্মশানৰ ফালে চাৰুদত্তক চণ্ডালে বধৰ বাবে লৈ গল।

ইপিনে ভিক্ষুই বসন্তসেনাক ঘৰত থবলৈ আহি সকলো কথা গম পাই বসন্তসেনাক লগত লৈ শ্মশানৰ ফালে আগ বাঢ়িল।

চণ্ডালৰ হৃদয়ত চাৰুদত্তৰ প্ৰতি সঞ্চাৰিত হোৱা অনুকম্পাৰ বাবে চাৰুদত্তক শিৰচ্ছেদহে কৰিব খুজিলে চণ্ডালে। কিন্তু তাকে কৰিবলৈ তাৰ মত নগল। চাৰুদত্তক শূলত দিবলৈ ঠিক কৰা হল। এনে সময়তে ভিক্ষু আৰু বসন্তসেনা সেইখিনি আহি পালে। চাৰুদত্তক তেনে অৱস্থাত দেখিবলৈ পাই 'আৰ্য্য চাৰুদত্ত এয়া কি হ'ল?' বুলি বসন্তসেনা চাৰুদত্তৰ বুকুত হাউলি পৰিল। ভিক্ষুকেও চাৰুদত্তৰ ভৰি দুখনকে সাৱতি ধৰিলে।

যজ্ঞবাট নামৰ চণ্ডালজনে এই সকলোবোৰ কথা ৰজাক জনাবলৈ গল। বিপদ সমাগত দেখি শকাৰ পলাল। চণ্ডাল উভতি আহি বসন্তসেনাক যিয়ে হত্যা কৰিছিল তাক প্ৰাণদণ্ড দিব লাগে বুলি ৰজাৰ দণ্ডাজ্ঞা শুনালে। চণ্ডাল-বোৰে শকাৰক বিচাৰি ওলাল।

চাৰুদত্তৰ যেন এতিয়াহে সংজ্ঞা ফিৰি আহিল। বসন্তসেনাক চিনি পাই তেওঁ আনন্দতে কৈ উঠিল, "এয়া যে বসন্তসেনা।" বসন্তসেনাই ওচৰতে থকা ভিক্ষুকে যে তেওঁৰ প্ৰাণ ৰক্ষা কৰিলে তাক বিবৰি কলে। ভিক্ষুক যে সংবাহক এই কথা চাৰুদত্তই জানিলে।

এনেতে শৰ্বিলকে আহি পালে। ৰজা পালকক হত্যা কৰি আৰ্য্যক সিংহাসনত আৰোহণ কৰিয়েই চাৰুদত্তৰ মুক্তিৰ কাৰণে তেওঁক লগে লগে পঠাই দিছে। কিন্তু চাৰুদত্তৰ সন্মুখত ঠিয় দিবলৈ তাৰ লাজ লাগিল। শেষত চাৰুদত্তৰ সন্মুখত ঠিয় দি কৰ ধৰিলে—

শৰ্বিলক : আৰ্য্য চাৰুদত্ত।

চাৰুদত্ত : আপুনি কোন?

শৰ্বিলক : যিয়ে আপোনাৰ ঘৰত সিন্ধি দি গচ্ছিত ধন অপহৰণ কৰিছিল মইয়ে সেই মহাপাপী। মই আপোনাৰ শৰণ ললো।

চাৰুদত্ত : বন্ধু এই কথা নকবা। তোমাৰ লগত মোৰ এয়া প্ৰেম হল। চাৰুদত্তই শৰ্বিলকক সাৱতি ধৰিলে। শৰ্বিলকে ৰজা আৰ্য্যকে চাৰুদত্তক কশাবতীত ৰাজ্য দান কৰাৰ বাতৰি দি শকাৰক ধৰি আনিবলৈ আদেশ দিলে। শকাৰ আহি চাৰুদত্তৰ ভৰিত ধৰি প্ৰাণ ভিক্ষা খুজিলে। শৰ্বিলক আৰু উপস্থিত জনতাই শকাৰৰ উপযুক্ত শাস্তি বিচাৰে। কিন্তু চাৰুদত্তই শৰণাগতক ৰক্ষা কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ। চাৰুদত্তৰ ইচ্ছাই পূৰ্ণ হল। শকাৰক মুক্তি দিয়া হল।

চাৰুদত্তৰ পত্নীয়ে অগ্নিত প্ৰবেশ কৰিবলৈ সাজু হৈছে স্বামীৰ মৃত্যুদণ্ডৰ কথা শুনি। পুত্ৰ ৰোহসেনে মাকৰ আচলত ধৰি কান্দিব লাগিছে। চাৰুদত্তই এই কথা শুনি মূৰ্চা গ'ল। সংজ্ঞা অহাত সকলো মিলি চাৰুদত্তৰ ঘৰ পালে। চাৰুদত্ত আহি ওলোৱাত মৈত্ৰেয়ই কৈ উঠিল—আহাঃ সতীৰ কি প্ৰভাৱ। চাৰুদত্তই বন্ধুক সাৱতি ধৰিলে। চাৰুদত্তৰ পত্নীয়ে বসন্তসেনাক দেখি আনন্দত দুজনে আলিঙ্গনাবদ্ধ হল। তেনেতে শৰ্বিলকে বসন্তসেনাক সম্বোধন কৰি কলে যে ৰজাই আনন্দিত হৈ আপোনাক বধূ শব্দৰ দ্বাৰা অনুগৃহীত কৰিছে—এই বুলি বসন্তসেনাৰ মূৰৰ ওৰণি টানি দিলে।

শৰ্বিলকে চাৰুদত্তৰ কথামতে বৌদ্ধ ভিক্ষুক পৃথিৱীৰ সকলো বিহাৰৰ কুলপতি পাতিলে। স্থাবৰকৰ দাসত্ব মোচন কৰা হল। চণ্ডাল দুজনক চণ্ডালবোৰৰ নেতা, চন্দনকক দণ্ডপালক আৰু শকাৰক তাৰ আগৰ পদতেই ৰখা হল। অৱশেষে শৰ্বিলকে শকাৰক কোনোপধ্যেই ক্ষমা কৰিবলৈ ৰাজী হোৱা নাছিল। চাৰুদত্তৰ বুজনিতহে কিবাকৈ শান্ত হল।

# কালিদাসৰ অভিজ্ঞান শকুন্তলম্

"কালিদাসস্য সৰ্ব্বস্বমভিজ্ঞান শকুন্তলম্"—অভিজ্ঞান শকুন্তলম্ কালিদাসৰ সৰ্ব্বস্ব। শকুন্তলা সাত অঙ্কৰ এখন নাটক। হস্তিনাপুৰৰ ৰজা দুষ্যন্তই মৃগয়া কৰিবলৈ যোৱাত কণ্বমুনিৰ আশ্ৰমত তেওঁৰ পালিতাকন্যা শকুন্তলাক দেখি প্ৰেমমুগ্ধ হোৱা, উভয়ৰে গান্ধৰ্ব্ব মতে বিবাহ, দুৰ্ব্বাসাৰ অভিশাপত শকুন্তলাক প্ৰত্যাখ্যান কৰি পিচত তেওঁ দিয়া অভিজ্ঞান আঙঠিটো দেখি পূৰ্ব্বস্মৃতি ঘূৰি অহাত শকুন্তলাৰ বিৰহ বৰ্ণনা আৰু শেষত মাৰীচৰ আশ্ৰমত শকুন্তলা আৰু ভৰতক পাই উভয়ৰে পুনৰ্মিলন আদি প্ৰত্যেকটো ঘটনা কবিয়ে নিপুণ হাতেৰে সৃষ্টি কৰিছে। 'উপমা কালিদাসস্য' কথাশাৰিৰ সাৰ্থকতা প্ৰতি কথাতে প্ৰতিপন্ন হৈছে। যৌবন সুলভ চঞ্চলাত যি প্ৰণয় তাৰেই পৰিশুদ্ধি আৰু পৰিণতি ঘটে দুঃখ দহনৰ মাজেৰে। দুৰ্ব্বাসাৰ শাপ এই পৰিশোধনৰ সহায়ক হৈছে—মৰ্ত্ত্যক স্বৰ্গৰ ৰাখী বন্ধনেৰে বান্ধিছে। বক্তব্যত, উপস্থাপনত আৰু সকলোৰে ওপৰত জীৱন বোধত শকুন্তলা এটা অনবদ্য সৃষ্টি।

ৰথত উঠি সাৰথিৰে সৈতে অহা ৰজা দুষ্যন্তই কৃষ্ণসাৰ পহু এটা দেখি তাক লক্ষ্য কৰি শৰ টোৱাইছে—সাৰথিয়ে ৰজাৰ অৱস্থা বৰ্ণাইছে "মৃগানুসাৰিণমিব পশ্যামীব পিনাকীনম্" মৃগক অনুসৰণ কৰা ৰজাক শিৱৰ দৰে দেখা গৈছে—ইয়াতেই উপমা আৰম্ভ হৈছে। এনে সময়তে দুজন তপস্বীয়ে ৰজাক শৰ নিক্ষেপ কৰিবলৈ মানা কৰি কৈছে—"আশ্ৰম মৃগোঽয়ম্ ন হন্তব্যো নহন্তব্যঃ" এয়া আশ্ৰমৰ হৰিণ, নেমাৰিব। মৃগৰ চঞ্চল শৰীৰ তুলাৰাশিৰ দৰে মৃদু, সেই তুলাৰ দমত জুই দিয়াৰ দৰে আপোনাৰ তীক্ষ্ণ শৰ তাৰ গাত নেমাৰিব। লগতে ইয়াকো জনালে যে এয়া কণ্বমুনিৰ আশ্ৰম, কুলপতি কণ্বই কন্যা শকুন্তলাৰ ওপৰত অতিথিসকলৰ সেৱাৰ ভাৰ দি তেওঁৰ প্ৰতিকূল ভাগ্যক প্ৰশমি কৰিবলৈ সোমতীৰ্থলৈ গৈছে।

ৰজাই পুণ্যাশ্ৰম দৰ্শন কৰিবলৈ ৰথ বেগাই চলাবলৈ সাৰথিক আদেশ দিলে। ৰজাই চাৰিও পিনে চাই কৈছে যে তপোবনৰ পৰিধিত আমি উপস্থিত হৈছোঁ— কিয়নো ভাটৌ চৰাইৰ খোৰোঙৰ মুখেৰে নীবাৰ ধান গছৰ গুৰিত সৰি পৰিছে— কোনো কোনো ঠাইত মসৃণ পাথৰৰ খণ্ডবিলাকে জনাই দিছে যে ইয়াত চুলিত

বোৰ পলোৱা নাই আৰু ৰথৰ শব্দ সহ কৰিছে—বল্কলৰ আগভাগেৰে পৰা জলৰ ৰেখাই আঁকিছে জলাশয়ৰ পথ।

শান্তবেশেৰে তপোবনত প্ৰবেশ কৰিব লাগে বুলি ৰজাই সাৰথিক তাতেই ৰথ ৰাখিবলৈ কৈ অকলে সেই তপোবনত প্ৰবেশ কৰিলে। হঠাৎ তেওঁৰ সোঁ বাহুত স্পন্দন অনুভব কৰি ভাবিছে—এয়া কি? এই শান্ত আশ্ৰম আৰু মোৰ বাহু স্পন্দিত হৈছে (প্ৰণয়িনী লাভৰ সঙ্কেত) অথবা ভবিতব্যৰ দুৱাৰ বোধ হয় সৰ্ব্বত্ৰই সমুক্ত।

নৈপথ্যত—"এই পিনে, এই পিনে, সখীসকল"—শব্দ অনুসৰণ কৰি ৰজাই দেখিলে, অনিন্দ্য সুন্দৰী তিনি জনী যুবতীয়ে নিজৰ নিজৰ বহনৰ ক্ষমতা অনুযায়ী জল দিয়া কলহেৰে গছৰ গুৰিত পানী দিবলৈ ধৰিছে। ৰজাই গছৰ আৰত ঠিয় হৈ অত্যন্ত সুন্দৰী কন্যা তিনিজনীক দেখি নিজে নিজে ভাবিছে—সচাকৈ এওঁলোক কি সুন্দৰ! আশ্ৰমবাসী কাৰো আকৃতি যদি এনে হয় ৰাজ অন্তঃপুৰতো সি দুৰ্লভ তেন্তে কব লাগিব—গুণ মাধুৰ্য্যেৰে বনলতাই সযত্ন পালিত উদ্যান লতাক পৰাজিত কৰিছে।

অনসূয়াই কৈছে—হেৰা শকুন্তলা, পিতা কাশ্যপৰ ওচৰত এই আশ্ৰমৰ গছবোৰ তোমাতকৈও প্ৰিয়; কিয়নো নৱমল্লিকা ফুলৰ দৰে কোমল তুমি আৰু তোমাকেই গছৰ গুৰিত জল দিয়াত লগাইছে। শকুন্তলাই কৈছে—হেৰা অনসূয়া, এয়া কেৱল পিতাই দিয়া কামে নহয়—ইহঁতৰ প্ৰতি মোৰ সহোদৰ স্নেহ।

ৰজাই শকুন্তলাক চিনিব পাৰি ভাবিছে—যেয়ে এই স্বভাব সুন্দৰ দেহক তপস্যাৰ উপযুক্ত কৰিবলৈ বিচাৰিছে তেওঁ নিশ্চয় নীলোৎপলৰ পাতৰ ধাৰেৰে সমীগছ কটাৰ চেষ্টা কৰিছে। নূনং স নীলোৎপল পত্ৰ ধাৰয়া সমীলতাংশ্ছেতুমৃষিৰ্ব্যবস্যতি।

এনেতে শকুন্তলাই অনসূয়াক কৈছে—সখী অনসূয়া, প্ৰিয়ম্বদাই খুব টান কৈ মোৰ বুকুৰ বল্কলখন বান্ধি মোক বৰ কষ্ট দিছে—অলপ ঢিলাই দিয়ানা। অনসূয়াই বল্কলৰ বান্ধোন ঢিলাই দিলে আৰু ৰজাই শকুন্তলাৰ জীৱন সৰ্ব্বস্ব যৌবন মুকুল পয়োধৰ যুগল দেখি তেওঁৰ প্ৰতি আকৌ বেছিকৈ আকৃষ্ট হৈছে। ৰজাই ভাবিছে—এওঁৰ ওঠ কিশলয়ৰ বৰ্ণেৰে মণ্ডিত, কোমল শাখাৰ দৰে বাহু দুটি ফুলৰ দৰে লোভনীয় যৌৱন এওঁৰ অঙ্গে অঙ্গে উচ্ছলিত।

ৰজাই মনে মনে ভাবিছে—শকুন্তলা জানো কুলপতিৰ অসবৰ্ণ স্ত্ৰীৰ গৰ্ভজাত সন্তান? নাইবা সন্দেহৰ কাৰণ নাই—এওঁ নিশ্চয় ক্ষত্ৰিয়ৰ পৰিণয়যোগ্যা—কাৰণ মোৰ পৰিশীলিত শুদ্ধ মন এওঁৰ প্ৰতি আসক্ত—য'ত সন্দেহৰ অৱকাশ আছে

এনে বিষয়ত সজ্জনৰ অন্তঃকৰণে প্ৰবৃত্তিয়ে নিৰ্দেশক—"সতাং হি সন্দেহ পদেষু বস্তুষু প্ৰমাণমন্তঃকৰণ প্ৰবৃত্তয়ঃ।" তথাপি ঠিক মতে জানিব লাগিব।

এনেতে এটা ভোমোৰাই নবমল্লিকা ফুলক এৰি শকুন্তলাৰ মুখৰ পিনে অহাত তাক বাধা দি দৌৰাদৌৰি কৰিছে। ৰজাই সস্পৃহ দৃষ্টিৰে চাই মধুকৰক কৈছে—হে মধুকৰ, কোণছুটি চঞ্চল, এনেকুৱা কঁপি থকা চকুজুৰি বাৰে বাৰে চুইছা; তুমি কাণৰ ওচৰত মধুৰ গুঞ্জন কৰিছা, যেন কোনো গোপন কথাহে কৈছা; হাত জোকৰি বাধা দিয়া সত্ত্বেও তেওঁৰ ৰতিসৰ্ব্বস্ব অধৰ সুধা পান কৰিছা। আমালোকে মিছাতে তত্ত্ববিচাৰি মৰিছো—তুমিয়ে কৃতাৰ্থ।

শকুন্তলাই ভোমোৰাটো নযোৱাত আন পিনে গল আৰু ভোমোৰায়ো পিচ ললে। শকুন্তলাই অনসূয়া প্ৰিয়ম্বদাক কৈছে—মোক ৰক্ষা কৰা। দুয়ো সখিয়েকে হাঁহি হাঁহি কৈছে ৰজা দুষ্যন্তক মাতা, তপোবনতো ৰজাসকলেই ৰক্ষা কৰে। ৰজাই আত্মপ্ৰকাশ কৰাৰ সুযোগ পাই কৈছে—ভয় নাই, ভয় নাই, আধা উচ্চাৰণ কৰি নিজক প্ৰকাশ নকৰি লৰি আহি কৈছে—দুষ্টৰ দণ্ডদাতা পুৰুবংশীয় এজনে যেতিয়া পৃথিবী পালন কৰি আছে, তেতিয়া এই তপস্বী কন্যাৰ লগত কোনে দুৰ্ব্যৱহাৰ কৰিছে? তেওঁলোকে ৰজাক দেখি কিছু অপ্ৰস্তুত হল আৰু শকুন্তলাক দেখুৱাই কলে—আমাৰ সখী শকুন্তলা এটা দুষ্ট ভোমোৰাই যেদি অহাত ভয় খাইছে। শকুন্তলাক কৈছে—অতিথি সংকাৰ কৰা আমাৰ কৰ্ত্তব্য—বলা, বহোগৈ।

শকুন্তলাই মনত ভাবিছে—এওঁক দেখি তপোবনৰ বিৰোধী এটা আবেগে মোক আচ্ছন্ন কৰিছে—ই কেনেকৈ হয়? প্ৰিয়ম্বদা আৰু অনসূয়াই আলোচনা কৰিছে—কোন এয়া মধুৰ আৰু সৌম্য মূৰ্ত্তি? চতুৰ আৰু প্ৰিয় কথাবাৰ্ত্তাত এওঁক প্ৰভাৱশালী কোনোৱা বুলি ধাৰণা হৈছে।

ৰজাই নিজৰ পৰিচয় গোপন কৰি কৈছে—মই এজন ৰাজপুৰুষ—শকুন্তলাই প্ৰণয় লজ্জা দেখুৱাইছে। দুয়ো সখীয়ে উভয়কে লক্ষ্য কৰি কৈছে—সখি আজি যদি পিতা ইয়াত উপস্থিত থাকিলহেঁতেন। শকুন্তলাই সুধিছে—কিহল হেঁতেন? দুয়ো সখীয়ে কৈছে এই বিশেষ অতিথিক নিজৰ সৰ্বস্ব দি সন্মানিত কৰিলেহেঁতেন। শকুন্তলাই খং দেখুৱায়।

ৰজাই শকুন্তলাৰ বিষয়ে সুধি জানিলে যে বিশ্বমিত্ৰৰ ঔৰসত মেনকাৰ গৰ্ভত শকুন্তলাৰ জন্ম। ৰজাই শুনি নিজৰ সৌভাগ্যক ধন্যবাদ দি সখিসকলক সুধিছে—মুনি কণ্বই জানো এওঁক তপস্যাতে নিৰত কৰি ৰাখিব নেকি? জানিব পাৰিলে

যোগ্য বৰ পালে সম্প্ৰদান কৰিব। ৰজাৰ সংশয়ৰ অবসান হল। শকুন্তলাই লাজ পাই উঠি যাব ওলোৱাত অনসূয়াই বাধা দি কলে—অতিথিক সোধ পোচ নকৰাকৈ যোৱা অনুচিত।

ৰজাই মনে মনে ভাবিছে—মই তেওঁৰ প্ৰতি যেনেকুৱা অনুৰক্ত তেওঁৰ মোৰ প্ৰতি তেনে হোৱা যেন পাইছোঁ। এনেতে জনা গল যে এটা বনৰীয়া হাতীয়ে ৰথ দেখি ভয় খাই তীব্ৰ আঘাতত এটা গছৰ ডালত তাৰ দাঁত বহুৱাই দিছে—হৰিণৰ দল ইপিনে সিপিনে দৌৰিবলৈ ধৰিছে—সখী দুজনীয়ে ৰজাক ঠিক মতে সোধ পোচ কৰিব নোৱাৰি দুখ প্ৰকাশ কৰি আশ্ৰমৰ কুটিৰলৈ যাবলৈ অনুমতি দিবলৈ ৰজাক অনুৰোধ কৰিছে—যাওতে নতুন কুশৰ গজালীয়ে ভৰিত বিন্ধা দেখুৱাই আৰু বল্কল যেন কাইটীয়া গছত লাগি ধৰা বুলি অভিনয় কৰি পিচলৈ ৰজালৈ চাই চাই গল।

ৰজাই দীৰ্ঘ নিশ্বাস কৰি মনে মনে কৈছে—নগৰলৈ ঘূৰি যাবৰ বাবে মোৰ মন নাই—যাওঁ, সৈনিকসকলৰ কাৰণে আশ্ৰমৰ ওচৰতে শিবিৰ পাতোঁগৈ। মোৰ শৰীৰটো আগলৈ গৈছে—তাৰ পিচত যাবলৈ ধৰিছে অস্থিৰ মন—বতাহৰ প্ৰতিকূলে চীনা ৰেশমৰ পতাকা লৈ গলে দণ্ডডাল যায় আগৰ পিনে আৰু পিচলৈ যায় কাপোৰ খন।

গচ্ছতি পুৰঃ শৰীৰং ধাবতি পশ্চাদসংস্থিতং চেতঃ
চীনাংশুক মিব কেতোঃ প্ৰতিবাতং নীয়মানস্য ॥

## দ্বিতীয় অঙ্ক

দ্বিতীয় অঙ্কত বিষণ্ণ বিদুষকক দেখা যায়—মৃগয়া বিলাসী ৰজাৰ পিচে পিচে বনে জঙ্গলে ঘোঁড়াৰ পিঠিত উঠি, গয়াহাৰী নদীৰ পানী খাই শৰীৰৰ গাঁঠিবোৰ বিষোৱাত হাত ভৰি ভাজ খুৱাই লাঠিত ভৰ দি ঠিয় হৈ আছে—যাব নোৱাৰাৰ ভাও জুৰি। বিদুষকে দুখ কৰিছে—কৃষ্ণসাৰ পহুটোক পিচে পিচে খেদি আশ্ৰমত প্ৰবেশ কৰি মুনি কন্যা শকুন্তলাক দেখি ৰাজধানীলৈ ঘূৰি যোৱাৰ নামকে

মনে ভাবি আহিছে যে প্ৰিয়া সহজ লভ্যা নহয়। তথাপি মনৰ ভাব দেখি আশ্বস্ত হৈছোঁ—নিজৰ মনৰ ভাব অনুসৰি প্ৰিয়জনৰ মনোভাৱ কল্পনা কৰি প্ৰণয়প্ৰাৰ্থী সকল এনেদৰেই প্ৰতাৰিত হয়। আন পিনে চালেও তেওঁৰ সেই দৃষ্টিত আছিল অনুৰাগ, নিতম্বৰ ভৰত তেওঁৰ সেই মৃদু মন্দ গমন সি যেন বিলাস ভাব প্ৰকাশৰ কাৰণেই। 'নেযাবা' বুলি বাধা পোৱাত খঙতে সখিয়েকক কৈছিল বুজা গৈছে সেইবোৰৰ একমাত্ৰ লক্ষ্য আছিলো ময়েই। কি আচৰিত প্ৰেমিকে সকলোকে নিজৰ অনুকূলে কল্পনা কৰে।

বিদূষকৰ তেনে অৱস্থা দেখি গাৰ বিষৰ কাৰণ কি বুলি ৰজাই সোধাত বিদূষকে তপৰাই উত্তৰ দিছে, নিজেই চকুত খুচি দি চকুপানী কিয় ওলাইছে সুধিছে? এনেদৰে ৰাজকাৰ্য্য জলাঞ্জলি দি এই ঘোৰ বনত ব্যাধৰ বৃত্তি লৈছে। এটা দিনৰ কাৰণেও অন্ততঃ বিশ্ৰাম নাই। ৰজাইও মনে মনে ভাবিছে—শকুন্তলাৰ কথা মনত পৰি মৃগয়াত মোৰো বিতৃষ্ণা জন্মিছে। মোৰ প্ৰিয়াৰ লগত একে ঠাইতে থাকি হৰিণসকলে তেওঁক কেনেদৰে দৃষ্টিপাত কৰিব লাগে তাক শিকাইছে—ধনুত বাণজুৰিও সিবিলাকৰ ওপৰত নিক্ষেপ কৰিব নোৱাৰা হৈছোঁ। আজিকৈ বিশ্ৰাম লোৱাই ভাল।

ৰজাই সেনাপতিক মতাই আনি মৃগয়ালৈ নেযাই বিশ্ৰাম লোৱাৰ সিদ্ধান্ত জনালে। ৰজাই বিদূষকৰ সৈতে শিল এচটাত বহিল। ৰজাই বিদূষকক কলে, মাধব্য, তুমি চকু থাকিও কণা। চাবলগীয়া বস্তুও তুমি দেখা নাই। বিদূষকে কলে—আপনি শেষ পৰ্য্যন্ত ঋষি কন্যাত আসক্ত হৈছে। ৰজাই শকুন্তলাৰ জন্ম বৃত্তান্ত মাধব্যাক কলে—মাধব্য, মই ভাবোঁ—তেওঁৰ নিষ্কলঙ্ক এই ৰূপ যেন এটি ফুলৰ দৰে, যাৰ ঘ্ৰাণ কেতিয়াও কোনোৱে পোৱা নাই। যেন এটি পল্লব—কোনো আঙুলীয়ে যাক চিঙি দিয়া নাই, এওঁ যেন নতুন মধু যাৰ ৰসাস্বাদন কোনোৱে কেতিয়াও কৰা নাই, এওঁ যেন এনেকুৱা পুণ্যৰ ফল—যি এতিয়াও অখণ্ডিত! নেজানোঁ বিধাতাই এই ৰূপ ভোগ কৰিবলৈ নিৰ্ব্বাচন কৰিছে।

অনাঘ্ৰাতং পুষ্পং কিশলয়মলূনং কৰৰুহৈ
ৰণা বিদ্ধং ৰত্নং মধু নবমনাস্বাদিত ৰসম্
অখণ্ডং পুণ্যানাং ফলমিহচ তদ্ৰূপমনঘং

আকৌ শুন—মুনি কন্যাসকল স্বভাবতে সংযত প্রকৃতিৰ, তথাপি মই আগত পৰিলে তেওঁ চকু ফিৰাই নিছিল, হাঁহিছিল, কিন্তু সেই হাঁহি যেন আন কোনো কাৰণতহে এনেকুৱা ভাব দেখুৱাইছিল—সেয়ে শিষ্টাচাৰত সংযত। তেওঁৰ অনুৰাগ ঠিক মতে প্ৰকাশো কৰা নাই অথচ গোপন কৰিবও পৰা নাই। পৰস্পৰে বিদায় লবৰ সময়ত শালীনতা সত্ত্বেও তেওঁৰ মনোভাব প্ৰকাশ পাইছে। কাৰণ কেই খোজমান গৈয়ে সেই তন্বঙ্গীয়ে অকাৰণেই বৈ যোৱা দেখুৱালে যেন কুহৰ গঁজালীয়ে তেওঁৰ ভৰিত বিন্ধিছে আৰু পিচফালে ঘূৰি বক্কল একুৱাবলৈ ধৰিলে যদিও গছৰ শাখাই তাক মেৰিয়াই ধৰা নাছিল।

ৰজাই কলে তপস্বীসকলৰ বহুতেই মোক চিনিছে—ভাবি চোৱা চোন— কি ছল কৰি আকৌ আশ্ৰমলৈ যাওঁ। এনেৰে যুগল ঋষি কুমাৰ আহি কলে যে ৰজায়ে ইয়াত আছে আশ্ৰমবাসী সকলে তাক জানিব পাৰিছে। মহৰ্ষি কণ্বৰ অনুপস্থিত থকাত ৰাক্ষসসকলে যজ্ঞত বিঘিনী জন্মাইছে গতিকে ৰজাই সাৰথিক লৈ কেইদিনমান আশ্ৰমত থাকিব লাগে। ৰজাই ৰথ আৰু ধনুৰ্বাণ আনিবলৈ আদেশ কৰিলে।

শকুন্তলাক চাব খোজে নেকি ৰজাই বয়স্যক সুধিলে। বিদুষকে কলে যে, আগতে ইচ্ছা আছিল যদিও ৰাক্ষসৰ কথা শুনি বিন্দুমাত্ৰও নাই। ৰজাই ভাবিলে এই ফটামুখা বিদুষকে ৰাজ অন্তঃপুৰত কেতিয়াবা এই বিষয়ে কব পাৰে—গতিকে বিদুষকক কলে, শকুন্তলাৰ কথা ধেমালী কৰিহে কৈছোঁ। আচলতে তুমি ধৰি নলবা। "পৰিহাস বিজল্পিতং সখে পৰমাৰ্থতো ন গৃহ্যতাং বচঃ।

এনেতে ৰাজধানীৰ পৰা কৰভক আহি ৰজাক কলে, মহাৰাজ দেৱীয়ে আদেশ কৰিছে "আগত চতুৰ্থ দিনত পুত্ৰ পিণ্ড পালন নামে উপবাস হব। সিদিনা দীৰ্ঘজীৱী তুমি আহি অৱশ্যেই আমাৰ আনন্দ বৰ্দ্ধন কৰিবা।"

ৰজাই চিন্তা কৰিছে এফালে তপস্বীসকলৰ কাম আন ফালে গুৰুজনৰ আদেশ কোনোটোকেতো এতিয়া লঙ্ঘন কৰিব পৰা নহয়। এতিয়া কি কৰোঁ। বিদুষকে তপৰাই উত্তৰ দিলে—"ত্ৰিশঙ্কু বি অ অন্তৰা চিথ।" —ত্ৰিশঙ্কুক স্বৰ্গলৈ পঠাই দিয়াত স্বৰ্গলৈও উঠিব নোৱাৰে আৰু পৃথিৱীলৈও নামিব নোৱাৰাত স্বৰ্গ আৰু পৃথিৱীৰ মাজ খিনিত শূন্যত ৰল, তেনেদৰে মহাৰাজো শূন্যতে যাওক।

ৰজাই বিদুষকক কলে—বন্ধু মোৰ আইয়ে তোমাক নিজৰ পুত্ৰৰ দৰে ভাবে

গতিকে মোৰ হৈ তুমিয়ে গৈ মাক বুজাই কবা। বিদুষকে কলে, তেন্তে মই ৰাজভ্রাতৃ। গতিকে যুৱৰাজৰ দৰে যাম। ৰজাই সকলো সৈন্য সামন্তেৰে ৰাজধানীলৈ পঠাই দিলে।

## তৃতীয় অঙ্ক

প্রিয়ম্বদাই বিৰিণাৰ শিপা, নালেৰে সৈতে পদুমৰ পাত নিয়াৰ কাৰণ জানিব পৰা হলে যে, গ্রীষ্মৰ তাপত শকুন্তলাই খুব অসুস্থ, তেওঁৰ শৰীৰ শীতল কৰাৰ কাৰণে। নেপথ্যত তেওঁক পৰিচৰ্য্যা কৰিবলৈ উপদেশ দিয়া শুনা গল আৰু গৌতমীৰ হাতত যজ্ঞীয় শান্তিজল পঠাবৰ দিহা কৰাও শুনা গল।

ইপিনে ৰজা দুষ্মন্তই শকুন্তলাক নেদেখি অধৈর্য্য হৈ নিজে নিজে কৈছে —ভগবান পুষ্পধনু, কামার্ত্তসকলে তোমাক আৰু চন্দ্ৰক বিশ্বাস কৰি প্ৰতাৰিত হয়—তোমাৰ পুষ্পবাণ থকা আৰু চন্দ্ৰৰ শীতল কিৰণ থকা দুয়োটাই মোৰ দৰে মানুহৰ পক্ষে মিছা দেখিছোঁ। কাৰণ চন্দ্ৰই শীতল কিৰণেৰেই অগ্নিবৃষ্টি কৰিছে আৰু তুমিও তোমাৰ পুষ্পবাণ বিলাকক বজ্ৰৰ দৰে কঠিন কৰি তুলিছা। কামদেৱৰ পঞ্চবাণ হল অৰবিন্দ, অশোক, চূত, নবমল্লিকা আৰু নীলোৎপল। হায়! তপস্যাৰ প্ৰভাৱ কিমান, আৰু এই বালিকাও পৰাধীনা তাকো জানো। তথাপিও তেওঁৰ পৰা মনটোক আঁতৰাব পৰা নাই। যজ্ঞানুষ্ঠান শেষ হৈছে। পুৰোহিত সকলেও মোক বিদায় দিছে—এতিয়া ক'ত মোৰ বিষণ্ণ মনক সান্ত্বনা দিওঁ। এনেকুৱা প্ৰখৰ ৰদৰ সময়ত শকুন্তলাই লতাকুঞ্জত প্ৰায়ে থাকে এনেদৰে ভাবি লতাকুঞ্জৰ মাজত ফুল চতিয়াই দিয়া শিলৰ ওপৰত শুই আছে আৰু দুয়ো সখিয়েকে তেওঁক পৰিচৰ্য্যা কৰিছে। পদুম পাতেৰে বিছি থকাও কব পৰা নাই। সখীসকলে সন্দেহ কৰিছে শকুন্তলাৰ অসুস্থতা বেচি গৰমৰ কাৰণেই নে আন কিবা কাৰণত হৈছে।

ৰজাইও মনে মনে সন্দেহ কৰিছে—কিয়নো শকুন্তলাৰ গাল দুখন বহু শুকাই গৈছে, বুকুৰ স্তন দুটিৰ কাঠিন্য হৈছে শিথিল, ককালখন খুব ক্ষীণ হৈছে আৰু কান্ধ দুখন হালি পৰিছে। দেহকান্তি পাণ্ডুৰ, কামসন্তপ্তা শকুন্তলাৰ অৱস্থা শোচনীয় অথচ মনোৰম—পাতাৰ ৰস শুহি নিয়াত গ্ৰীষ্মৰ বায়ুৰ স্পৰ্শত মাধবীলতাৰ যেনে হয় তেনেকুৱা।

সখী দুজনে প্ৰশ্ন কৰাত শকুন্তলাই কৈছে—সখী, সেই তপোবনৰ ৰক্ষক ৰাজৰ্ষি মোৰ দৃষ্টিপথলৈ আহিছিল। আৰ সিদিনাৰ পৰাই তেওঁকে মনেৰে কামনা কৰি এই অৱস্থা পাইছোঁ। ৰজাই শুনি আশ্বস্ত হল আৰু সংশয় আঁতৰি গল। তেওঁলোকে ৰজাৰ উদ্দেশ্যে প্ৰেমপত্ৰ পদুমৰ পাতত লিখি ফুলৰ মাজত লুকুৱাই নিৰ্ম্মালী বুলি ৰজাৰ ওচৰলৈ পঠাবলৈ ঠিক কৰিলে।

ৰজাই তেওঁলোকৰ সন্মুখত উপস্থিত হৈ কলে, হে তন্বী কামদেৱে তোমাক মাত্ৰ তপিত কৰিছে মোক হলে দহন কৰিছে। শকুন্তলাই ৰজাক দেখি লাজতে তলমূৰ কৰিলে। প্ৰিয়ম্বদাই কলে আপোনালোকৰ দুয়োজনৰ অনুৰাগ দুয়োজনৰ ওচৰতে প্ৰত্যক্ষ—তথাপিও আমালোকৰ সখীৰ প্ৰতি অনুৰাগ বশতঃ অলপ কবলৈ ইচ্ছা কৰোঁ। আপোনাক উপলক্ষ কৰিয়ে ভগবান কামদেৱে আমাৰ প্ৰিয় সখীক এই অৱস্থা পোৱাইছে—ৰজাবোৰৰ বহু পত্নী থাকে বুলি শুনিছোঁ— গতিকে আমালোকৰ প্ৰিয় সখী যাতে বন্ধুজনৰ শোকৰ বিষয় নহয়, তালৈ ৰজাই আশ্বাস দিছে—বহুস্ত্ৰী থাকিলেও মোৰ বংশৰ দুটি মাত্ৰ গৌৰৱ—এটা সাগৰ ঘেৰা পৃথিবী আৰু আনটো আপোনালোকৰ এই সখী।

তিনিও জনীয়ে নিশ্চিত হল। হৰিণ শিশুটিক মাকৰ লগ কৰি দিয়াৰ চলেৰে তেওঁলোক যাবলৈ ওলোৱাত শকুন্তলাই কলে, মোক যে অসহায় কৰি গুচি যোৱা? পৃথিবীৰ যিজন পতি তেৱে তোমাৰ কাষত থাকিল বুলি কৈ দুয়ো গুচি গল।

ৰজাই কৈছে তোমাৰ সখীসকলৰ ঠাইত সেৱক মই আছোঁ। কোৱা চোন হে কৰভোৰু; (কৰভ হল হাতীৰ শুৰ, তাৰ দৰে উৰু যাৰ), ক্লান্তি হৰা জলবিন্দুত কাৰ বায়ুশীতল সেই পদুমপাতৰ বিচনীৰে ৰিছি দিয়া! নে তোমাৰ পদুমৰ দৰে ৰঙা চৰণ দুটি কোলাত লৈ যিভাবে তোমাৰ ভাল লাগে, সেইভাবে পৰিচৰ্য্যা কৰিম? শকুন্তলাই পূজনীয়ৰ ওচৰত নিজেকে অপৰাধিনী কৰিবলৈ নিবিচাৰোঁ বুলি কৈ যাবলৈ ওলাল।

ৰজাই শকুন্তলাক ধৰি কলে—সুন্দৰি! এতিয়াও দিন বাকী আছে। তোমাৰ শৰীৰৰ এই অৱস্থা! যি পুষ্পশয্যাত পদুমৰ পাত তোমাৰ স্তন দুটিৰ আবৰণ হৈছে তাক ত্যাগ কৰি বেদনা কাতৰ এই কোমল অঙ্গলৈ ৰ'দত কেনে দৰে যাবা? এনেদৰে কৈ তেওঁক জোৰ কৰি যাবলৈ বাধা দিয়াত শকুন্তলাই কৈছে—হে কৌৰৱ! শিষ্টাচাৰ ৰক্ষা কৰক। কাম সন্তপ্তা হলেও মই নিজেই নিজৰ প্ৰভু নহও। সখীসকলৰ মত লবলৈ মোক এৰি দিয়া।

ৰজা—ভাল কথা এৰি দিম।

শকুন্তলা—কেতিয়া ?

ৰজা—সুন্দৰি ! যেনেদৰে ভোমোৰাই নতুন ফুলৰ মধু আহৰণ কৰে, তেনেকৈ তৃষ্ণাৰ্ত্ত মই আগতে তোমাৰ অক্ষত কোমল অধৰৰ সোৱাদ গ্ৰহণ কৰোঁ—

অপৰীক্ষত কোমলস্য যাবৎ
কুসুমস্যেব নবস্য ষট্‌পদেন।
অধৰস্য পিপাসতা ময়া তে
সদয়ং সুন্দৰি ! গৃহ্যতে ৰসোঽস্য।

শকুন্তলাই বাধা দিয়ে। এনেতে নৈপথ্যত গৌতমীৰ মাত শুনা গল—চক্ৰবাক বধু ! তোমাৰ সহচৰৰ কাষৰ পৰা বিদায় লোৱা—শকুন্তলাই ৰজাক অনুনয় কৰিছে আৰু নিজক গছৰ আঁৰত লুকাই থাকিবলৈ পৰামৰ্শ দিয়াত ৰজা লুকাই ৰল—গৌতমীয়ে শকুন্তলাৰ খবৰ লৈ শকুন্তলাক লৈ গল।

শকুন্তলাই নিজকে মনে মনে কৈছে "হে হৃদয় ! বাঞ্ছিত যেতিয়া অনায়াসেই আহিল, তেতিয়া তই সঙ্কোচ ত্যাগ কৰিব নোৱাৰিলি ! এতিয়া দুখ মতে বিচ্ছিন্ন হৈ আকৌ তোৰ এই সন্তাপ কিয় ?" প্ৰকাশ্য কৈছে—"হে সন্তাপহৰা লতাকুঞ্জ, আকৌ সম্ভোগৰ কাৰণে তোমাৰ ওচৰৰ পৰা বিদায় লৈছোঁ" বুলি কৈ গুচি গল।

ৰজাই আকৌ আগৰ ঠাইলৈ আহি নিজকে নিজে কৈছে—হায় প্ৰাৰ্থিত বিষয়ৰ সিদ্ধি জানো সদায় বিঘ্নসঙ্কুল ! আঙুলিৰে তেওঁ বাৰে বাৰে ওঠ আগুৰিছিল তাৰ কাৰণে মুখখন ব্যাকুল অথচ সুন্দৰ দেখা গৈছিল, সুন্দৰ চকুৰ পতা যাৰ তেওঁৰ এনে মুখখনি মই কোনোমতে তুলি ধৰিলেও চুমা খাব নোৱাৰিলোঁ। এতিয়া কলৈ যাওঁ ? মোৰ প্ৰিয়াই যি ভোগ কৰি ত্যাগ কৰিছে সেই লতা কুঞ্জতে কিছু সময় কটাও—এই যে শিলডোখৰত শকুন্তলাৰ দেহপিষ্ট সুখ শয্যা আছে নখেৰে পদুমৰ পাতত লিখা মলিন প্ৰেমপত্ৰও দেখা গৈছে—শকুন্তলাৰ হাতৰ পৰা পৰিযোৱা মৃণাল বলয়ো আছে দেখিছোঁ। এইবোৰ বস্তু মোৰ চকুত পৰাত এই বেতস গৃহ শূন্য হলেও ইয়াৰ পৰা হঠাৎ যাব নোৱাৰা হৈছোঁ।

এনেতে নেপথ্যত শুনা যায় যে সন্ধ্যাকালীন যজ্ঞ আৰম্ভ হোৱাত বেদীৰ চাৰিওপিনে সান্ধ্য মেঘৰ দৰে ভয়ঙ্কৰ ৰাক্ষসৰ নানা ৰকম ছায়াবোৰ ঘূৰিব ধৰিছে।

ৰজাই অভয় দি গুচি গল।

## চতুৰ্থ অঙ্ক

ফুল তুলি থকা অনসূয়া আৰু প্ৰিয়ম্বদাই দুয়ো কোৱাকুই কৰিছে—যদিও মহাৰাজে গান্ধৰ্ব বিধি মতে শকুন্তলাক বিয়া কৰোৱাত তেওঁলোক সুখী হৈছে—তথাপি ৰজাই অন্তঃপুৰচাৰিণী সকলৰ লগত মিলিত হলে যদি এই কথা পাহৰি যায়? এনেতে শুনা গল—"এয়া মই আহিছোঁ। আঃ অতিথি অবমাননা কাৰিণি! অনন্যমনে যাৰ কথা ভাবি ভাবি তপস্বী মোৰ উপস্থিতি তোৰ নজৰত নপৰিল, বাৰে বাৰে মনত পেলাই দিলেও সি তোক চিনিব নোৱাৰিব—পাগলে যেনেকৈ আগতে কি কৰে সি মনত নপৰে তেনেকৈ····।

দুয়ো জানিব পাৰিলে এয়া যে দুৰ্ব্বাসা মুনি। এই অভিশাপ দি বেগেৰে যাব ধৰিছে। দুয়ো তেওঁলৈ পাদ্যাৰ্ঘ লৈ গৈ অনেক কাকুতি মিনতি কৰাত দুৰ্ব্বাসাই কলে—"মোৰ অভিশাপ বিফলে নাযায়—অবশ্যে কোনো অলঙ্কাৰ আদি অভিজ্ঞান স্বৰূপে দেখুৱালে শাপ কাটি যাব।" এই বিষয়টো দুয়োৰে ভিতৰতে গোপনে ৰাখিবলৈ ঠিক কৰিলে আৰু আশ্বস্ত হল যে ৰজাই দিয়া আঙঠীটো শকুন্তলাৰ হাতে আছে।

ইতিমধ্যে কণ্বই আশ্ৰমলৈ ফিৰি আহিল। তেওঁ এটা আকাশবাণীত সকলো বৃত্তান্ত জানিবলৈ পালে। তেওঁ শকুন্তলাৰ বিবাহ অনুমোদন কৰিলে। শকুন্তলা গৰ্ভৱতী বুলিও জানিবলৈ পালে। কণ্বই শকুন্তলাক পতিগৃহলৈ পঠাবলৈ আয়োজন কৰি শাঙ্গৰ্ব আৰু শাৰদ্বত নামে শিষ্য আৰু গৌতমীৰে সৈতে পঠাবলৈ স্থিৰ কৰিলে।

তপোবন প্ৰকৃতিৰ লগত শকুন্তলাৰ অচ্ছেদ্য সম্বন্ধ; গতিকে শকুন্তলাৰ ভৰি নুঠে; কিন্তু যাবতো লাগিবই।

সূৰ্য্যোদয়ৰ লগে লগেই অবগাহন স্নান কৰিছে শকুন্তলাই। তাপসীসকলে নীবাৰ ধান হাতত লৈ স্বস্তি বাচন পাঠ কৰি শকুন্তলাক অভিনন্দিত কৰিছে।

সখী দুজনী তালৈ গল। এজনী তাপসীয়ে কৈছে—"স্বামীৰ বিশেষ সন্মান সূচক 'মহাদেবী আখ্যা লাভ কৰা'—দ্বিতীয় জনীয়ে কৈছে—"বাছা বীৰ সন্তানৰ জননী হোৱা।" তৃতীয় জনীয়ে কৈছে—"বাছা স্বামীৰ বিশেষ প্ৰিয় পাত্ৰী হোৱা।" সখী দুজনীয়ে সন্মুখলৈ আহি কৈছে—"সখী এই মঙ্গল স্নানে তোমাক চিৰসুখী কৰক।"

ঋষি কুমাৰ দুজনে অলঙ্কাৰ আনি দিয়াত গৌতমীয়ে কলে—'বৎস নাৰদ, এই অলঙ্কাৰবোৰ ক'ত পালা?' প্ৰথমজনে কলে, তাত কণ্বৰ প্ৰভাৱত। দ্বিতীয়জনে কলে, তেখেতে আমাক আদেশ দিলে—শকুন্তলাৰ কাৰণে গছৰ পৰা ফুল আনিবলৈ—তাৰ পিচত এটি গছে দিলে এই ৰেশমী কাপোৰটি, আন গছবোৰে বনদেৱতাৰ হাতেৰে দিলে এই অলঙ্কাৰবোৰ।

সখী দুজনীয়ে শকুন্তলাক কৈছে—অলঙ্কাৰতো আমি কেতিয়াও পিন্ধা নাই। ছবিত দেখা দৰে তোমাক পিন্ধাইছো।

তাৰ পিচত অভিস্নাত কণ্বমুনিক দেখা গল। কণ্বই কৈছে—আজি শকুন্তলা গুচি যাব কাৰণে মোৰ হৃদয় বিষাদেৰে আচ্ছন্ন। অশ্ৰু দমন কৰিবলৈ গৈ মোৰ কণ্ঠ অবৰুদ্ধ। দৃষ্টি চিন্তাত অসাড়—আশ্চৰ্য্য! যদি স্নেহত অৰণ্যবাসী আমালোকৰো এই চিত্ত চাঞ্চল্য হয় তেন্তে সদ্য কন্যা বিচ্ছেদৰ দুখত গৃহীসকলৰো কন্যা বিচ্ছেদৰ দুখ কিমান পায়—

যাস্যত্যদ্য শকুন্তলেতি হৃদয়ং সংস্পৃষ্টমুৎকণ্ঠয়া
কণ্ঠঃ স্তম্ভিত বাষ্প বৃত্তি কলুষশ্চিন্তা জড়ং দৰ্শনম্
বৈক্লব্যং মম তাবদীদৃশ মহো স্নেহাদৰণ্যৌকস্
পীড্যন্তে গৃহীণাং কথং নু তনয়া বিশ্লেষ দুঃখেনবৈঃ।

শকুন্তলাই লাজকুৰীয়াভাবে গুৰুক বন্দনা কৰিলে আৰু কাশ্যপে কলে---

যযাতেৰিব শৰ্ম্মিষ্ঠা ভৰ্ত্তুৰ্বহুমতাভৱ।
সুতং ত্বমপি সম্ৰাজং সেব পুৰুমবাপ্নুহি।

বছা! শৰ্ম্মিষ্ঠা যেনেদৰে যযাতিৰ বহু সমাদৃতা হৈছিল তুমিও তেনেদৰে স্বামীৰ অত্যন্ত প্ৰিয়া হোৱা। শৰ্ম্মিষ্ঠাই যেনেদৰে পুত্ৰ পুৰুক পাইছিল তুমিও তেনেকুৱা সম্ৰাট পুত্ৰ লাভ কৰা। তুমি এতিয়া এই মাত্ৰ আহুতি দিয়া অগ্নিক প্ৰদক্ষিণ কৰা। শাৰ্ঙ্গৰৱ, সাৰদ্বত তোমালোকৰ এই ভনীয়েকক পথ দেখুওৱা। গছ লতাক সম্বোধন কৰি কণ্বই কৈছে—

হেৰা সন্নিহিত তপোবন তৰুগণ, তোমালোকে পান নকৰিলে যেয়ে আগতে জলপান নকৰে—অলঙ্কাৰ প্ৰিয় হলেও তোমালোকক ভাল পাই এটা পল্লৱো নিছিগে, তোমালোকৰ প্ৰথম ফুল ফুটাৰ সময়ত যাৰ আনন্দৰ সীমা নাথাকে—সেই শকুন্তলাই পতি গৃহলৈ যাবলৈ ওলাইছে, তোমালোক সকলোৱে অনুমোদন কৰা।

পাতুং ন প্ৰথমং ব্যৱস্যতি জলং যুষ্মাস্বপীতেষু যা
নাদত্তে প্ৰিয় মণ্ডনাপি ভবতাং স্নেহেন যা পল্লবম্।
আদ্যেবঃ কুসুম প্ৰসূতি সময়ে যস্যাভবত্যৎসব,
সেয়ং যাতি শকুন্তলা পতিগৃহং সৰ্ব্বৈৰনুজ্ঞয়তাম্॥

এনেতে ফুলৰ সমধুৰ কণ্ঠৰব শুনি অনুমোদন জনোৱা বুলি সকলোৱে ধৰি ললে।

শকুন্তলাই প্ৰিয়ম্বদাক গোপনে কলে,—আৰ্য্যপুত্ৰক দেখাৰ কাৰণে মন উদগ্ৰীৱ হলেও, আশ্ৰম এৰি যোৱাৰ বেদনাত মোৰ ভৰি নচলে।

প্ৰিয়ম্বদা—তুমি যে তপোবন বিৰহত কাতৰ হৈছা এনে নহয়, চোৱা হৰিণৰ মুখৰ পৰা কুশ তৃণৰ গ্ৰাস খহি পৰিছে, ময়ুৰবোৰে নাচিবলৈ এৰিছে। গছৰ পাত সৰিব ধৰিছে দেখি মনে কৰ যে লতাবোৰে যেন চকুৰ পানী পেলাইছে!

শকুন্তলাই লতা ভগিনী বনজ্যোৎস্নাৰ ওচৰৰ পৰা বিদায় লয়; ওচৰলৈ আহি কয়,—আম গছৰ লগত মিলিত হলেও তুমি এই ফালৰ শাখা বাহুৰ দ্বাৰা আলিঙ্গন কৰা—আজিৰ পৰা মই তোমাৰ দূৰবৰ্ত্তিনী হলোঁ। সখীসকলৰ হাতত বনজ্যোৎস্নাক সপি দিলে—সখী দুজনীয়ে কান্দি কান্দি কৈছে—আমালোকক কাক সপি দি যোৱা? কণ্বক কৈছে—পিতা, গৰ্ভভৰত মৃদু গতি যিজনী হৰিণী কুটীৰৰ ওচৰত ঘূৰি ফুৰিছে নিৰ্বিঘ্নে তাইৰ প্ৰসৱ হলে সেই প্ৰিয় সংবাদটি মোক জনাবা।

শকুন্তলা যাবলৈ ওলাই বাধা পোৱাত পিচফালে চালে। কণ্বই কৈছে—যাৰ মুখত কুশাগ্ৰৰ ক্ষত হোৱাত শুকাবৰ কাৰণে ইঙ্গুদী তেলৰ প্ৰলেপ দিছিলা, শ্যামাক ধান মুঠিতকৈ লৈ খুৱাই ডাঙৰ কৰিছা, তোমাৰ সন্তানৰদৰে সেই মৃগই তোমাৰ পিচ এৰা নাই।

শাৰ্ঙ্গৰৱে কৈছে—ভগৱন্, প্ৰিয়জনক কোনো জলাশয় পৰ্য্যন্ত আগুৱাই থোৱাই বিধেয়। এইয়া সৰোবৰৰ পাৰ। ইয়াতেই আপুনি প্ৰয়োজনীয় উপদেশ দি ঘূৰি যাওক।

কণ্বই শাৰ্ঙ্গৰৱক কৈছে—শকুন্তলাক সন্মুখত ৰাখি তুমি ৰজাক কবা—সংযমেই আমালোকৰ ধন, উচ্চ বংশত তোমাৰ জন্ম। তোমাৰ ওপৰত শকুন্তলাৰ যি অনুৰাগ, বন্ধুজনৰ অজানিতে সি ঘটিছে। এইবোৰ ভালদৰে বিবেচনা কৰি অন্যান্য পত্নীসকলেৰে সৈতে এইক সমান দৃষ্টিৰে চাবা। ইয়াৰ পিচত যি এইৰ ভাগ্যত আছে সেয়ে হব। বধূৰ স্বজনৰ তাক নোকোৱাই ভাল। শকুন্তলালৈ চাই কৈছে—বৎসে! এইবাৰ তোমাক কিছু উপদেশ দিওঁ—বনবাসী হলেও লৌকিক বিষয়তো আমাৰ অভিজ্ঞতা আছে—ইয়াৰ পৰা পতি গৃহলৈ গৈ তুমি গুৰুজন সকলক সেৱা কৰিবা। সপত্নীসকলক প্ৰিয় সখীৰ দৰে চাবা। স্বামীয়ে প্ৰতিকূল আচৰণ কৰিলেও ক্ৰোধত বিৰুদ্ধতা নকৰিবা। দাসীসকলৰ প্ৰতি অত্যন্ত সদয় হবা। ভোগতো গৰ্বিতা নহবা। যুবতীসকলে এইদৰেই গৃহিণীপদ লাভ কৰে। যি বিলাকে বিপৰীত আচৰণ কৰে সি বিলাক কুলৰ পক্ষে পীড়াৰ দৰে।

শুশ্ৰুষস্ব গুৰূন্ কুৰু প্ৰিয়সখী বৃত্তিং সপত্নীজনে
ভৰ্ত্তুৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপং গমঃ
ভূয়িষ্ঠা ভব দক্ষিণা পৰিজনে ভোগেষনুৎসেকিনী
যন্ত্যেবং গৃহিনী পদং যুবতয়ো বামাকুলস্যাধয়ঃ।

শকুন্তলাই সুধিছে—পিতা, ইয়াৰপৰাই জানোঁ প্ৰিয় সখীসকল উলতিব?
কণ্ব—ইহঁতকো তো বিয়া দিব লাগিব তালৈ ইহঁতৰ যোৱা উচিত নহব। তোমাৰ লগত গৌতমী যাব।

সখী দুজনীয়ে শকুন্তলাক একে লগে আলিঙ্গন কৰিলে। দুয়ো কলে—যদি সেই ৰাজৰ্ষিয়ে তোমাক চিনি নেপায় তেনেহলে আঙঠিটো দেখুৱাবা।

শকুন্তলা—পিতা আশ্ৰমলৈ আৰু কেতিয়া ঘূৰি আহিম?

কণ্ব—বাছা....! সসাগৰা পৃথিবীৰ দীৰ্ঘদিন সপত্নী হৈ আৰু অপ্ৰতিদ্বন্দ্বী পুত্ৰক সিংহাসনত বহুৱাই, তাৰ হাতত সমস্ত প্ৰজাৰ ভাৰ দি স্বামীক লৈ আকৌ শান্তৰসৰ আধাৰ এই আশ্ৰয়লৈ আহিবা।

ভূত্বা চিৰায় চতুৰন্ত মহী সপত্নী দৌষ্যন্তিমপ্ৰতিৰথং তনয়ং নিবেশ্য
ভৰ্ত্ৰা তদৰ্পিত কুটুম্ব ভৰেণ সাৰ্দ্ধং শান্তে কৰিষ্যসি পদং পুনৰাশ্ৰমেঽস্মিন্।

যোৱা। শিবাস্তে সন্তু পন্থানঃ।

এনেদৰে শকুন্তলাক পতি গৃহলৈ পঠাই স্বস্তি লাভ কৰিলে।

মাটিৰ চপৰাৰদৰে বুদ্ধি মোৰ—মই সেয়ে মানি লৈছিলোঁ। ৰজাই কৈছে—"মোৰ ওচৰৰ পৰা প্ৰত্যাখ্যাতা হৈ তেওঁ যেতিয়া স্বজনৰ পিচে পিচে গৈ আছিল তেতিয়া পিতৃৰ দৰে গুৰু শিষ্যৰ কণ্ঠৰ পৰা "থাক্" এই কথা কোৱাত তেওঁ ঠিয় হৈ অশ্ৰুবৰ্ষণ কৰা চকুৰে মোক চাইছিল। সি এতিয়া বিষাক্ত হুলৰ দৰে মোৰ হৃদয়ক দগ্ধ কৰিছে।" কোনো আকাশচাৰীয়ে শকুন্তলাক লৈ যোৱা বুলি কোৱাত ৰজাই প্ৰতিবাদ কৰি কৈছে—বয়স্য স্বামীয়ে যাৰ দেবতা তাক কোনে স্পৰ্শ কৰিবলৈ সাহস কৰিব পাৰে? শুনিছিলোঁ—তোমাৰ সখীৰ জন্মদাত্ৰী জননী মেনকা। তেওঁ বা তেওঁৰ সহচাৰিণী বিলাকে তোমাৰ এই সখীক হৰণ কৰিছে—এয়া মোৰ ধাৰণা। বয়স্য—সি কি স্বপ্ন নে মায়া নে মতিভ্ৰম, নে এই খিনি ফলদান কৰি পুণ্য নিঃশেষিত হল? যিয়ে হক সি একেবাৰেই গৈছে আৰু ঘূৰি নাহে—

স্বপ্নো নু মায়া নু মতিভ্ৰমো নু
ক্লিষ্টং নু তাবৎ ফলমেব পুণ্যম্।
অসন্নিবৃত্যৈ তদতীতমেতে
মনোৰথাঃ নাম তটপ্ৰপাতাঃ।

বয়স্য,—এই নাম লিখা আঙঠীটো তেওঁৰ আঙুলিত পিন্ধাই দি তেওঁক কৈছিলোঁ—প্ৰিয়ে মোৰ নামৰ এটা এটাকৈ আখৰ প্ৰতিদিনে গণিবা। গণা শেষ হলেই মোৰ অন্তঃপুৰলৈ তোমাক লৈ যাবলৈ তোমাৰ ওচৰলৈ মোৰ মানুহ আহিব।

চতুৰিকাই আনি চিত্ৰফলক ৰজাৰ হাতত দিলে। সানুমতীয়ে দেখি বিচুতি থালে, কি নিপুণ হাতেৰে শকুন্তলাক ৰজাই ছবিত ফুটাই তুলিছে। বিদুষকে কৈছে—সখি তোমাৰ নিপুণ হাতৰ ছবি দেখি তেওঁক প্ৰাণবন্ত ভাবি মোৰ কথা কবলৈ মন গৈছে।

চিত্ৰত ভোমোৰা এটা শকুন্তলাৰ মুখলৈ উৰি অহা দেখি ৰজাই শকুন্তলাক প্ৰথম দৰ্শনত দেখা জীৱন্ত ভোমোৰাটো বুলি ভাবি তাক নিয়েই কৰাতো নোযোৱা দেখি দুৰ্বিনীতৰ শাসক ৰজাই ভোমোৰাটোক কৈছে—নাযাৱ! তেন্তে শুন—অম্লান নৱ কিশলয়া দৰে প্ৰিয়াৰ যি বিম্বাধৰ সুৰতোৎসৱত মই পান কৰিছোঁ—হে ভ্ৰমৰ! তই যদি তাক স্পৰ্শ কৰ তেন্তে তোক পদুমৰ ভিতৰত বন্ধ কৰি থম—

অক্লিষ্ট বাল তৰু পল্লব লোভনীয়ম্
পীতঃ ময়া সদয়মেৱ ৰতোৎসবেষু
বিম্বাধৰং স্পৃশাসি চেদ্‌ভ্ৰমৰ প্ৰিয়ায়া
ত্বাং কাৰয়ামি কমলোদৰ বন্ধনস্থম্ ।

বিদূষকে হাঁহি মনে মনে কৈছে—এওঁ নিশ্চয় উন্মত্ত হৈছে বুলিব লাগিব—এওঁৰ লগতে মোৰ সেয়ে দশা। প্ৰকাশ্যে কলে—বোলো শুনিছেনে এয়া ছবিহে—ৰজাই তেওঁৰ তন্ময়তা ভাঙি দিয়াত দুখ কৰি কৈছে—"বয়স্য তুমি এই সৰ্ব্বনাশটো কিয় কৰিলা? তন্ময়ভাবে যেন প্ৰত্যক্ষ দেখিছোঁ। এনেদৰে তেওঁৰ দৰ্শন সুখ উপভোগ কৰিছিলোঁ। তুমি মনত কৰি দি মোৰ প্ৰিয়াক আকৌ ছবিতহে পৰিণত কৰালা।"

মহিষী বসুমতীৰে তালৈ অহা খবৰ পাই বিদূষকৰ হাতত চবিখন দি পঠালে। এনেতে প্ৰতিহাৰীয়ে চিঠি এখন ৰজাক দিলে। চিঠি পঢ়ি ৰজাই জানিলে সমুদ্ৰপথত ব্যৱসায়ী ধনমিত্ৰ নাওঁ ডুবি মৰাত তেওঁ নিঃসন্তান কাৰণে তেওঁৰ সঞ্চিত ধন ৰজাৰ প্ৰাপ্য। ৰজাই দুখ কৰি কৈছে—হায়! সন্তান নেথাকিলে বংশৰ মূল পুৰুষৰ মৃত্যু হলে সম্পদ নিৰবলম্বন হৈ পৰক আশ্ৰয় কৰে। মোৰ মৃত্যুৰ পিচতো পুৰুবংশৰ সম্পদৰ এই দশাই হব। সন্তানহীন মই পিতৃসকলক যি জলদান কৰিম—চকুৰ লোৰে ধুই যি অবশিষ্ট থাকিব—সেই পান কৰিব পিতৃপুৰুষসকলে—ৰজা সংজ্ঞাহীন হৈ পৰি গল।

এনেতে নেপথ্যত শুনা যায়—ঘোৰ অন্যায়! ঘোৰ অন্যায়! ৰজাই সংজ্ঞা পাই শুনিলে এয়া মাধব্যৰ মাত। প্ৰতিহাৰী আহি ৰজাক জনালে যে কোনো অশৰীৰীয়ে মাধব্যক মেঘ প্ৰতিচ্ছন্দ প্ৰাসাদৰ চূড়ালৈ লৈ গৈছে। ইপিনে মাধব্যই শূন্যত চিয়ঁৰিছে—বন্ধু মই গলোঁ। আকৌ নেপথ্যত শুনা যায়—গলৰ গৰম তেজ পিবলৈ বাঘে যেনেকৈ ছটফট কৰা পশু বধ কৰেময়ো তোক তাকে কৰিম। আৰ্ত্তসকলৰ ভয় দূৰ কৰিবলৈ যেয়ে ধনু ধাৰণ কৰে সেই দুষ্যন্তই যদি পাৰে তোক ৰক্ষা কৰক—চাওঁচোন।

ৰজা ধনুৰ্বাণ লৈ গৰ্জি উঠিল—তিৰস্কৰিণী-বিদ্যাগৰ্বিত! মোৰ অস্ত্ৰই তোমাক ঠিকে দেখিবলৈ পাব—এয়া মই বাণ এৰিলোঁ—যিয়ে বধ্য তোমাক বধ কৰিব ৰক্ষণীয় ব্ৰাহ্মণক ৰক্ষা কৰিব। হাঁহে মাত্ৰ গাখীৰ খিনিহে গ্ৰহণ কৰে, গাখীৰত মিহলোৱা জলখিনি বৰ্জ্জন কৰে—

যো হনিষ্যতি বধ্যং ত্বাং ৰক্ষ্যং ৰক্ষিষ্যতি দ্বিজম্।
হংসো হি ক্ষীৰমাদত্তে তন্মিশ্ৰাবৰ্জয় ত্বপঃ ॥

মাতলিয়ে বিদূষকক লৈ ওলাই আৰু কলে—ইন্দ্ৰই দানবগণক আপোনাৰ বাণৰ লক্ষ্যস্থল কৰিছে। সেয়ে সিহঁতলৈ আপোনাৰ ধনু আকৰ্ষণ কৰক।

ৰজা—এয়া মাতলি যে—আহক। আপোনাৰ শুভাগমন হক।

বিদূষক—যেয়ে যজ্ঞৰ পশুৰ দৰে মোক মাৰিয়ে পেলাইছিল তাকেই দেখো এওঁ জনাইছে স্বাগত সম্ভাষণ।

## পঞ্চম অঙ্ক

শকুন্তলাক লৈ গৌতমী, শাঙ্গৰ্ৰব আৰু সাৰদ্বত ৰাজধানীলৈ আহিছে ৰজাৰ ওচৰলৈ। পৰম্পৰে কুশল সংবাদ আদি লোৱাৰ পিচত শাঙ্গৰ্ৰবে ৰজাক কলে—মহাৰাজ মহৰ্ষি কণ্বই আপোনাৰ কুশল প্ৰশ্ন কৰি আপোনাক কৈছে—“পৰস্পৰে অঙ্গীকাৰ কৰি মোৰ কন্যাক যে বিবাহ কৰিছে তাক মই সন্তুষ্টচিত্তেৰে অনুমোদন কৰিছোঁ। কাৰণ আপোনাক আমি যোগ্যজনৰ ভিতৰত প্ৰধান বুলি ভাবোঁ আৰু শকুন্তলাও মূৰ্ত্তিমতী তপস্যা। সেয়ে সমগুণৰ বৰ কন্যাক পৰস্পৰে মিলিত কৰি প্ৰজাপতিয়ে বহুদিন পিচত নিন্দৰ পৰা মুক্তি পাইছে—গতিকে এতিয়া আসন্ন প্ৰসবা এই ধৰ্মপত্নীক গ্ৰহণ কৰক।” গৌতমীয়ে কলে—‘শকুন্তলাই গুৰুজনৰ লগত কথা হোৱা নাই—আপুনিও স্বজনসকলক কোনো কথা সোধা নাই। নিজে নিজে যেতিয়া দুয়ো নিজৰ নিজৰ বিষয়ে সিদ্ধান্ত লৈছে তাত আনৰ কোৱাৰে বা কি থাকিব পাৰে?’

ৰজাই এইবোৰ শুনি আচৰিত হল। শকুন্তলাক কেতিয়াবা দেখা তেওঁৰ মনত নপৰে। এই কল্পনা প্ৰসূত প্ৰস্তাবটি কেনেদৰে কৰিছে—ৰজাই আচৰিত হৈ সুধিছে। আৰু নিজে তিৰস্কৃত হোৱা বুলি কৈছে। গৌতমীয়ে শকুন্তলাৰ মূৰৰ ওৰণী গুচাই দিয়াতো ৰজাই চিনিব পৰা নাই। তপস্বীসকলক কলে, বহু চিন্তা কৰিও এওঁক মই বিয়া কৰা বুলি মনত নপৰে—সেইয়ে গৰ্ভলক্ষণযুক্তা এওঁক কেনেকৈ গ্ৰহণ কৰোঁ, তেতিয়া হলেতো পৰদাৰ গামী হম।

সাৰদ্বতে শকুন্তলাক বিশ্বাসযোগ্য প্ৰমাণ দিবলৈ কোৱাত শকুন্তলাই হাতৰ আঙঠীটো দেখুৱাব খুজি চায় যে আঙঠীটো হাতত নাই। দুখ মনেৰে সি গৌতমীৰ মুখলৈ চোৱাত গৌতমীয়ে কলে চক্ৰাবতাৰৰ শচী তীৰ্থৰ জলক প্ৰণাম কৰোঁতে আঙঠীটো পৰি যাব পাৰে। শকুন্তলাই তেতিয়া আন এটা প্ৰমাণ দিবলৈ

বিচাৰিলে—এদিনাখন বেতস লতাকুঞ্জত পদুম পাতত পানীখিনি আপুনি থাকোঁতে মোৰ পালিতপুত্ৰ 'দীৰ্ঘাপাঙ্গ' নামে হৰিণ শিশুটি আহিল। ইয়ে আগপান কৰক বুলি আপুনি পানীখিনি দিয়াত সি নেখালে আৰু মই দিয়াতহে খালে। তেতিয়া আপুনি ধেমালি কৰি কৈছিল—'স্বজাতিক সকলোৱে বিশ্বাস কৰে। তোমালোক দুয়োৱে বনৰীয়া প্ৰাণীয়েই'।

গৌতমী—হে ঋদ্ধিমান! এনেকুৱা কথা নকব, এই তপোবনত ডাঙৰ হৈছে—চল, কপতাত কি তাক নেজানে।

ৰজা—তাপসবৃদ্ধা! মনুষ্যেতৰ স্ত্ৰীজাতিৰো স্বভাবজাত পটুতা দেখা যায় আৰু যি বিলাকৰ বুদ্ধি আছে তেনেকুৱা তিৰোতাৰতো কথাই নাই। কুলিচৰায়ে আকাশলৈ উৰাৰ আগতে নিজৰ পোৱালী আন চৰাইৰ দ্বাৰা লালন পালন কৰে—

স্ত্ৰীণামশিক্ষিত পটুত্বমমানুষীণাং
সংদৃশ্যতে কিমুত যা প্ৰতিবোধবত্যাঃ।
প্ৰাগন্তৰীক্ষ গমনাৎ স্বমপত্যজাতম্
অন্যৈৰ্দ্বিজৈ পৰভৃতা কিল পোষয়ন্তি।

শকুন্তলা—অনাৰ্য্য! নিজৰ হৃদয় বোধেৰেই সকলোকে চাইছে! আপোনাৰ অনুকৰণত নীচ আচৰণ কোনে কৰিব?

ৰজাই মনে মনে ভাবিছে—'এওঁৰ খং দেখি বোধ হয় সি কৃত্ৰিম নহয়; মোৰ মনকো সন্দিগ্ধ কৰি তুলিছে, কাৰণ বিস্মৰণৰ কাৰণে মোৰ হৃদয় কঠিন হোৱাত মই গোপনে সঙ্ঘটিত প্ৰণয় অস্বীকাৰ কৰাত এওঁ খঙতে চকুৰঙা কৰিছে, কুটিল ভ্ৰূভঙ্গেৰে কামদেৱৰ ধনুটি যেন ভাঙি পেলালে।' প্ৰকাশ্যে কলে, —'দুষ্যন্তৰ চৰিত্ৰ কেনেকুৱা তাক সকলোৱে জানে। আনকি প্ৰজাসকলৰ ভিতৰতো পৰস্ত্ৰী লোলুপতা দেখা নাযায়।'

শকুন্তলা—হায় হায়! পুৰুবংশৰ প্ৰতি বিশ্বাস স্থাপন কৰি, এনেকুৱা এজনৰ হাতত পৰিলো যাৰ মুখত মধু, হৃদয়ত বিষ!—বুলি কৈ আচলেৰে মুখ ঢাকি কান্দিবলৈ ধৰিলে।

শাঙ্গৰ্ৰবে খঙেৰে কলে, যি চঞ্চলতা স্বকৃত আৰু অনিয়ন্ত্ৰিত সি এই ভাবেই দগ্ধ কৰে। এই কাৰণেই গোপন মিলন ভাবি চিন্তিয়ে কৰিব লাগে। যাৰ মন জনা নাই তাৰ লগত সম্প্ৰীতি হলেও সি শত্ৰুতাৰ ৰূপ লয়।

অতঃ পৰীক্ষ্য কৰ্ত্তব্যং বিশেষাৎ সংগতং ৰহঃ।
অজ্ঞাত হৃদয়েষেবং বৈৰি ভৱতি সৌহৃদম্।

ৰজাক সম্বোধন কৰি কলে,—'এম্বা আপোনাৰ ধৰ্মপত্নী, এওঁ ত্যাগ কৰক বা গ্ৰহণেই কৰক; তিৰোতাৰ ওপৰত সৰ্ব্বতোমুখী প্ৰভুতা—

তদেষা ভৱতঃ পত্নী ত্যজবৈনাং গৃহাণ বা
উপপন্নাহি দাৰেষু প্ৰভুতা সৰ্বতোমুখী।

এনেদৰে কৈ গুচি গল। শকুন্তলাই তেওঁলোকৰ পিচ লোৱা দেখি তিৰস্কাৰ কৰি গুচি গল। গৌতমী আৰু সাৰদ্বতো গল। শকুন্তলাই নিৰুপায় হৈ কান্দিবলৈ ধৰিলে।

পুৰোহিতে ৰজাক কলে যে প্ৰসৱ পৰ্যন্ত এওঁ মোৰ ঘৰতে থাকক, আপোনাৰ সম্বন্ধে ভবিষ্যদ্বাণী কৰিছে যে আপোনাৰ প্ৰথম সন্তান চক্ৰবৰ্ত্তী হব—যদি এওঁৰ প্ৰথম সন্তান চক্ৰবৰ্ত্তী লক্ষণযুক্ত হয় তেন্তে এওঁক গ্ৰহণ কৰিব—নহলে পিতৃগৃহলৈ পঠাই দিয়া উচিত হব।

"ভগৱতী বসুধে! মোক তোমাৰ কোলাত স্থান দিয়া" এনেদৰে পুৰোহিতৰ পিচে পিচে যোৱাত অপস্বৰা তীৰ্থৰ ওচৰত স্ত্ৰীমূৰ্ত্তিৰ দৰে এটা জ্যোতি আহি তেওঁক লৈ গল।

## ষষ্ঠ অঙ্ক

এজন মানুহক ধৰি আনিছে চুৰিৰ অপৰাধত। তাৰ হাতত ৰজাৰ নাম লিখা বহুমূল্য উজ্জ্বল মণি খোদিত এটা আঙঠী পোৱা গৈছে। নগৰৰক্ষী সকলৰ তত্ত্বাবধাৰক ৰজাৰ শ্যালক আৰু ৰক্ষীদুজনে সি আঙঠীটো কত পালে তাক সুধিছে আৰু মাৰিছে। সি কাণ্ডোৱাওকৈ কৈছে যে তাৰ ঘৰ শক্ৰাৱতাৰত, সি মাছমৰীয়া। এটা ৰৌমাছ কাঁটোতে তাৰ পেটত এই আঙঠীটো পাইছে। ৰজাৰ ওচৰত আঙঠীটো দেখুৱাই তাৰ বিষয়ে ব্যৱস্থা কৰা হব বুলি কৈ শ্যালকে মাছমৰীয়া জনক ৰজাৰ ওচৰত হাজিৰ কৰাত ৰজাৰ পূৰ্বৰ ঘটনা সকলোবোৰ স্মৰণ হল আৰু আঙঠীটোৰ দামৰ সমান ধন দিলে।

ইপিনে আকাশেৰে সানুমতী নামে অপ্সৰ এজনীয়ে—যিজনী মেনকাৰ লগত বিশেষ সহচৰী। মেনকাই যোগতেই তেওঁক সকলো ঘটনা কৈছে গতিকে আঙঠী পোৱাৰ পিচত ৰজাৰ কি অৱস্থা হৈছে নিজ চকুৰে চাবলৈ আহিছে। তেওঁ

তিৰস্কৰিণী বিদ্যাৰ সহায়ত উদ্যান পালিকা দুজনাৰ কাষত থাকি ৰজাঘৰৰ সকলো জানি যাবলৈ আহিছে।

আহি দেখি আচৰিত হৈছে যে বসন্ত উৎসৱৰ কোনো আয়োজনেই নাই। আমৰ মুকুল চিঙিবলৈ ৰজাৰ নিষেধাজ্ঞা। সকলোৱে বুজিছে যে ৰজাই আঙঠী পাই সঁচাকৈ তেওঁ আগতে শকুন্তলাক গোপনে বিবাহ কৰিছে আৰু মোহবশতঃ প্ৰত্যাখ্যান কৰি ৰজাৰ অনুশোচনা আহিছে। তেতিয়াৰ পৰাই ৰমণীয় বিষয়তো তেওঁৰ ঘোৰ বিতৃষ্ণা আহিছে। সচিবসকলেও তেওঁক লগ ধৰিব পৰা নাই। শয্যাত ই বাগৰ সি বাগৰ কৰি টোপনি নোহোৱাকৈ কটাইছে। সৌজন্য বশতঃ অন্তঃপুৰিকা সকলৰ কোনো কথাত যথাযথ উত্তৰ দিবলৈ গৈ তেওঁলোকৰ নাম পাহৰিগৈ লাজত পৰিছে। এই মহা সন্তাপৰ কাৰণেই উৎসৱ নিষিদ্ধ কৰি দিছে।

সানুমতীয়ে এই বিলাক দেখি শকুন্তলাৰ প্ৰতি ৰজাৰ অনুৰাগ ঘূৰি অহাত আনন্দ পাইছে।

ৰজাই নিজে বিচাৰ আসনত বহা নাই। অভিযোগ বা সমস্যাবিলাক চিঠিত লিখা জনাবলৈ নিৰ্দ্দেশ দিছে। ৰজাই মাত্ৰ বিদূষকক লগত ৰাখি বাকী সকলোকে বিদায় দি মাধবী মণ্ডপত বহিছে। ৰজাই বিদূষকক কৈছে—এতিয়া শকুন্তলাৰ বিষয়ে আগৰ সমস্ত ঘটনা মনত পৰিছে। তোমাকো কৈছিলোঁ, প্ৰত্যাখ্যানৰ সময়ত তুমিওতো মোৰ কাষতে আছিলা—কিন্তু আগেওতো তুমি তেওঁৰ নামো উল্লেখ কৰা নাছিলা। মোৰদৰে তুমিও পাহৰি গৈছিলা নেকি? বিদূষকে উত্তৰ দিলে, তুমিতো পৰিহাসৰ চলেৰেহে কোৱা বুলি কৈছিলা আৰু তোমাৰ কথা আচল বুলি ধৰিবলৈ মানা কৰিছিলা।

মাতলিয়ে কলে—কালনেমিৰ বংশত জন্মা 'দুৰ্জ্জয়' নামে এটা দানবৰ দল আছে। ইন্দ্ৰই সিবিলাকক জয় কৰিব পৰা নাই গতিকে সিবিলাকক জয় কৰিবলৈ আপোনাক স্মৰণ কৰিছে। কোনো কাৰণত মনস্তাপত আপোনাক অবসন্ন দেখি আপোনাক উত্তেজিত কৰিবলৈ মাধব্যৰ ওপৰত এনে আচৰণ কৰিছোঁ—কাৰণ খৰি লৰাই দিলে জুই জ্বলি উঠে, সাপক খুচি দিলে ফেট তোলে—মানুহেও কোনো ক্ৰোধত নিজৰ মহিমাক ঘূৰাই পায়।

ৰাজকাৰ্য্য ভাৰ অমাত্য পিশুনৰ ওপৰত দি ইন্দ্ৰৰ ৰথত উঠি গল দুষ্মন্তই।

ইন্দ্ৰৰ শত্ৰুক জয় কৰি মাতলিৰে সৈতে ফিৰিছে দুষ্মন্তই। সাৰথি মাতলিৰ পৰা জানিলে ওচৰতে হেমকূট পৰ্ব্বত, তাত মহৰ্ষি মাৰীচৰ আশ্ৰম। ইন্দ্ৰক

জনক-জননী মাৰীচ্ আৰু অদিতিক বন্দনা কৰিবলৈ মাৰীচৰ আশ্ৰমত ৰজা নামিল। ইন্দ্ৰ সাৰথি মাতলিয়ে মুনিক খবৰ দিবলৈ গল।

ৰজাৰ হঠাৎ সোঁ বাহু স্পন্দিত হল। ৰজাই মনে মনে কৈছে—ইয়াত মোৰ মনোৰথ পূৰণৰ কোনো সম্ভাৱনাই নাই। গতিকে বাহু কিয় মিছাকৈ স্পন্দিত হৈছে। আগতে যি শ্ৰেয় অৱহেলিত হয় সি দুখৰ হে আকাৰ নিয়ে।

মনোৰথায় নাশংসে কিং বাহো স্ফুৰসে মুঢ়া

পূৰ্ব্বাৱধীৰিতং শ্ৰেয়ো দুঃখং হি পৰিবৰ্ত্ততে।

এনেতে নেপথ্যত নাৰীকণ্ঠ শুনা যায়—'এনেকুৱা চঞ্চলতা এৰা'। ৰজাই শব্দ অনুসৰণ কৰি চাই দেখিলে—এটা সিংহৰ পোৱালীয়ে মাকৰ গাখীৰ খাই থাকোতে এটা বালকে তাক টানি আনি কেশৰত ধৰি টানি—দাঁত দেখুৱাবলৈ সিংহ পোৱালীটোক বিপৰ্য্যস্ত কৰিছে। তাপসী দুজনীয়ে বাধা দিয়াতো সি ক্ষান্ত হোৱা নাই। ৰজাই দেখি মনে মনে ভাবিছে এই শিশুটি এটি মহৎ তেজৰ অঙ্কুৰ। এজনীয়ে তাক নিছুকাবলৈ এটা মাটিৰ ময়ূৰ আনি কৈছে—বাছা, "শকুন্ত লাবণ্যং পেক্ষ" শকুন্ত মানে চৰাই, তাৰ লাৱণ্য চোৱা। লৰাটোৱে লবলৈ হাত মেলোতে ৰজাই লৰাটোৰ হাতত চক্ৰবৰ্ত্তী লক্ষণ দেখিবলৈ পালে—ইপিনে লৰাটোৱে মাকৰ নামৰ সাদৃশ্য থকা কথা শুনি কত মোৰ আই বুলি প্ৰশ্ন কৰিছে।

লৰাটোৱে ক্ষান্ত নোহোৱাত ৰজাক দেখি সিংহ পোৱালীটো এৰুৱাই দিবলৈ তাপসীয়ে কলে। ৰজাই লৰাটোক বুজাইছে—হে তপস্বী তনয়, আশ্ৰমৰ বিৰুদ্ধ কাম কিয় কৰিছা? তাপসীয়ে জনালে যে এয়া ঋষিকুমাৰ নহয় পুৰুবংশৰ। সিংহৰ পোৱালীটোক টনাটনি কৰোতে লৰাটোত মণিবন্ধত থকা কবচটো খুলি পৰিছিল। ৰজাই সেইটো বুটলি লোৱা দেখি তাপসী দুজনীয়ে আচৰিত হ'ল—কিয়নো সেই কবচটো লৰাজনৰ মাক দেউতাকৰ বাহিৰে আনে চুলে সাপ হৈ খোটে। এই কথা তেওঁলোকে কেবাবাৰো দেখিছে—তাপসী দুজনীয়ে শকুন্তলাক খবৰটো দিবলৈ দৌৰি গল। ৰজাই লৰাটোক ললে। লৰাটোৱে মাকৰ ওচৰলৈ যাবলৈ কাওবাও কৰাত ৰজাই কলে—পুত্ৰ মোৰ লগতে তোমাৰ মাক অভিনন্দন জনাবা। লৰাটোৱে কৈছে—"এৰি দিয়া, মোৰ দেউতা দুষ্মন্তহে"।

এই কথাই ৰজাক নিঃসন্দেহ কৰি দিলে। বিৰহিণীৰ লক্ষণ এক বেণী ধৰা শকুন্তলা আহি চিন্তা কৰিছে—সৰ্ব্বদমনৰ ঔষধিৰ বিকৃতি নহল, এই কথা শুনিও নিজৰ ভাগ্যৰ বিষয়ে আশা পোষণ কৰা নাছিল—ৰজাক দেখি উভয়ৰে সংশয়

আঁতৰিল। সৰ্ব্বদমন মাকৰ কাষলৈ আহি মাকক সুধিছে—চোৱা আই এইজনে মোক পুত্ৰ বুলি মাতি সস্নেহে আলিঙ্গন কৰিছে। শকুন্তলাই উত্তৰ দিছে, "নিজৰ ভাগ্যক সোধ বাছা"। ৰজাই শকুন্তলাক কৈছে—সুতনু, তোমাৰ হৃদয়ৰ পৰা প্ৰত্যাখ্যান দুখ দূৰ হক। সেই সময়ত কি এটা মোহ মনত দুৰ্জ্জয় হৈ উঠিছিল। যিবিলাক প্ৰবল অন্ধকাৰৰ দ্বাৰগ্ৰস্ত, শুভ বিষয়ৰ প্ৰতি সিবিলাকৰ আচৰণ এনেকুৱাই হয়। মূৰত মালা দিলেও অন্ধই সাপ বুলি ভাবি তাক দলিয়াই দিয়ে। এই বুলি শকুন্তলাৰ ভৰিত পৰিল। আঙঠীটো পোৱাৰ পিচত ৰজা অনুতাপত দগ্ধ হোৱা কথা শকুন্তলাক কলে। ৰজাই কলে—প্ৰিয়ে, পুত্ৰক লৈ তোমাৰ সৈতে ভগবান মাৰীচিক দৰ্শন কৰোগৈ বলা।

এনেতে অদিতিৰ লগত আসনস্থ মাৰীচ উপস্থিত হল। দুয়োকে দেখি ৰজাই কলে, আপোনালোক দুয়োজনকে মহেন্দ্ৰৰ ভৃত্য দুষ্যন্তই প্ৰণাম কৰিছোঁ। দুয়ো দুষ্যন্তক আশীৰ্ব্বাদ দিলে।

মাৰীচে ৰজাক কৈছে—সৌভাগ্যক্ৰমে সাধ্বী শকুন্তলা, এই মহান পুত্ৰ আৰু তুমি একত্ৰিত হৈছা। ই যেন শ্ৰদ্ধা, বিত্ত আৰু বিধি এই তিনিৰ সম্মেলন। ৰজাই শকুন্তলাক প্ৰত্যাখ্যানৰ ঘটনা মাৰীচিক কলে—মাৰীচে সান্ত্বনা দিলে, দুৰ্ব্বাসাৰ অভিশাপে ইয়াৰ কাৰণ—শকুন্তলাক বুজালে স্বামীৰ ওপৰত কোনো ক্ষোভ নেৰাখিবা। তোমালোকৰ এই পুত্ৰ একচ্ছত্ৰ সম্ৰাট হব।

ৰথে নানুদঘাতস্তিমিৰ গতিনা তীৰ্ণ জলধিঃ
পুৰা সপ্তদ্বীপাং জয়তি বসুধামপ্ৰতিৰথঃ।
ইহায় সত্বানাং প্ৰসভদমনাৎ সৰ্ব্বদমনঃ
পুন যস্যিতাখ্যাং ভৰত ইতি লোকস্য ভৰণাৎ।

ইয়াত ই সকলো পশুকে দমন কৰা কাৰণে নাম ৰাখিছিলো সৰ্ব্বদমন। এতিয়া পৃথিৱী ভৰণ (ৰক্ষণ)-ৰ কাৰণে ইয়াৰ নাম হব ভৰত। বৎস দুষ্যন্ত, তুমি পুত্ৰৱতী শকুন্তলাক লৈ ইন্দ্ৰৰ এই ৰথত আৰোহণ কৰি ৰাজধানীলৈ যোৱা। ৰজাই প্ৰণাম কৰাত আশীৰ্ব্বাদ দিলে—তোমালোক প্ৰজাবিলাকৰ মাজত ইন্দ্ৰই প্ৰচুৰ বৰষুণ দিয়ক। তুমি ব্যাপক যজ্ঞ সম্পাদনেৰে দেবতাসকলক তুষ্ট কৰা। এনেদৰে সাত যুগ ধৰি উভয়লোকৰ প্ৰশংসনীয় পাৰস্পৰিক কৰ্ত্তব্য পালন কৰি বিজয়ী হোৱা। ইয়াৰ পিচত সকলোৱে নিজ নিজ স্থানলৈ গল।

# ভৱভূতিৰ—মালতী মাধৱ

"মালতী-মাধৱ" মহাকবি ভৱভূতি ৰচিত দহ অঙ্কৰ এখন প্ৰকৰণ। বহু পাত্ৰ-পাত্ৰীৰ সন্নিবেশৰ ফলত ঘটনাৰ জটিলতা দেখা গলেও "মালতী-মাধৱ" আৰু "মকৰন্দ-মদয়ন্তিকা"—এই দুহাল পাত্ৰ-পাত্ৰীৰ মিলনৰ পথত ঘটা নানা প্ৰকাৰৰ অপায় অমঙ্গলৰ মাজেদি গঢ়ি উঠা অনুৰাগ, প্ৰেমৰ প্ৰগাঢ়তা, প্ৰাণস্পৰ্শী ভাব আৰু ভাষাৰ সমাবেশে প্ৰকৰণ খনিক সাহিত্য জগতত উচ্চস্থান দিছে। আদিৰ পৰা অন্তলৈ একমাত্ৰ প্ৰেম-ৰসক ভিত্তি কৰি ৰচিত সংস্কৃত নাটক সমূহৰ ভিতৰত মালতী-মাধৱে শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছে—বিশেষকৈ প্ৰেম-ৰসত। ভৱভূতিৰ মহাবীৰ চৰিত বীৰ ৰস প্ৰধান আৰু উত্তৰ ৰাম চৰিত করুণ ৰস প্ৰধান।

মনোহৰ মকৰন্দ উদ্যানৰ মাজৰ কামদেৱৰ মন্দিৰত মদনমহোৎসৱ চলিছে পদ্মাবতী পুৰত। কুণ্ডিন পুৰত শিক্ষা শেষ কৰি মাধৱে এয়া পদ্মাবতী পুৰলৈ ন্যায় দৰ্শন অধ্যয়নৰ কাৰণে আহিছে। কিছুদিনৰ পিচত শিক্ষা সাং কৰি পিতৃ বিদৰ্ভৰ প্ৰধানমন্ত্ৰী দেৱৰাতৰ ওচৰলৈ ঘূৰি যাব। পিতৃ-মাতৃৰ স্নেহমন্দাকিনীত আকৌ স্নান কৰিব পাৰিব।

হঠাতে তেওঁৰ আগত দেখিবলৈ পালে এজনী নাৰী মূৰ্ত্তি। তেওঁৰ উজ্জ্বল দেহৰ কান্তি, ইমান সৌন্দৰ্য্য তেওঁৰ গাত যেন স্বয়ং কামদেৱেহে—ইন্দু, সুধা, মৃণাল আৰু জ্যোৎস্না সকলোকে ধালি দিছে; তেওঁৰ কটাক্ষ দৃষ্টিয়ে মাধৱৰ মন অয়স্কান্তমণিয়ে লোক আকৰ্ষণ কৰাৰ দৰে টানি লৈ গল। চন্দ্ৰোদয়ৰ লগে লগে চন্দ্ৰকান্তমণি গলিৰ ধৰাৰ দৰে তেওঁৰো হৃদয় দ্ৰবীভূত হল। এনেয়ে গাঁথি থকা বকুল-ফুলৰ মালাডাল গঁথাত আউল লাগিল।

"যান্ত্যা মুহূৰ্বলিত কন্ধৰ মাননং তদ্
আবৰ্ত্ত্য বৃত্ত শতপত্ৰ নিভং বহন্ত্যা
দিগ্ধোঽমৃতেন চ বিষেণ চ পক্ষ্ম লক্ষ্যা
গাঢ়ং নিখাত ইবমে হৃদয়ে কটাক্ষঃ।

সেই সুন্দৰী জনীয়েমালতী। তেওঁৰ সহচৰীবোৰে মালতীক জোকায়—সখি এনেহেন উৎসৱৰ দিনতো তোমাৰ মনত আনন্দ নাইকিয়া কিয়? চোৱা চোন বকুলফুলৰ তলত সৌজন কোন? তোমাৰ গাৱখীয়া নপুংসক দল আহি

উপস্থিত হৈছে—বন্ধা, মোৰ। সুসজ্জিত হাতী তোমাৰ কাৰণে বৈ আছে—উঠাহি আহা।

তেওঁলোক গুচি গল। মাধৱে নিজে নিজে কলে—তেওঁলোক গুচি গল। যাবৰ সময়ত মোৰ প্ৰতি কটাক্ষপাত কৰি মোৰ হিয়াত একেলগে অমৃত আৰু বিহ ঢালি দি গল—মোৰ কি হল, গা মন কেনে লাগিছে। এনেতে মালতীৰ সখী লবঙ্গিকা ঘূৰি আহি মাধৱক কলে, মহাভাগ, গাঁঠনি সুন্দৰ হোৱাত ফুলৰ বৰ বঢ়িয়া মিল হৈছে। মালাডালৰ প্ৰতি আমাৰ আইদেউৰ বৰ হেপাহ হৈছে। এই সুন্দৰ গাঁঠনিৰ উদ্দেশ্য সফল হক—স্ৰষ্টাৰ সৃষ্টি সৌন্দৰ্য্য ৰক্ষা পৰক আৰু আইদেউৰ ডিঙিত সাৰটি ধৰি ধন্য হক।

মাধৱে সুধিলে—কোন তোমাৰ আইদেউ? লবঙ্গিকাই কলে, এয়া যে আপোনাৰ ওচৰৰ পৰা গল—ভূৰিবসুৰ কন্যা মালতী। মই তেওঁৰ ধাত্ৰী কন্যা লবঙ্গিকা। এনেদৰে কোৱাত মাধৱে মালাটো দিলে। মাধৱে ভাবিবলৈ ধৰিলে—কি মধুৰ নাম! মালতীফুলৰ দৰে দেহৰ কমনীয় গঠন!

এনেতে মকৰন্দই মাতাত চক খাই উঠা দেখি মকৰন্দই কলে—তুমি চক খাই উঠিলা কেলেই? বন্ধু! আজি তোমাক বেলেগ মানুহ যেন দেখিছোঁ। কেনেবাকৈ কোনো গাভৰুৰ মদনবাণ তোমাৰ ওপৰত পৰিল যেন পাইছোঁ। মদনে ভাঙি কলে আৰু অনিন্দ্য সুন্দৰী মালতীক নেপালে মোৰ জীৱন বৃথা। কলহংসকে এখন চবি মাধৱৰ হাতত দিলে। চবিখন মাধৱৰে—মালতীয়ে আঁকা। গতিকে মাধৱৰ প্ৰতি তেওঁৰ অনুৰাগ বহু দিনীয়া বুলি বুজি লাগে। মালতীয়ে নিজৰ মনক শান্তি দিবলৈ চবিখন আঁকা বুলি কোৱাত তেওঁলোকৰ যে মিলনৰ বাধা নাই এই কথা বুজি পালে। আগেয়ে মালতীয়ে খিৰিকীৰে মাধৱক দেখা বুলিও কলে। চবিখনৰ তলত লিখা আছে—প্ৰিয়তম! তোমাৰ দৰ্শন যেনে মনোৰম—বিৰহো তেনে যন্ত্ৰণাদায়ক। সেইবোৰ কুমাৰীয়ে ভাগ্যবতী, যি সকলে তোমাক দেখা নাই বা দেখিও প্ৰেমত পৰা নাই।

মাধৱ প্ৰেমত আকুল হল। প্ৰিয়তমাৰ গালৰ কুঙ্কুম ৰাগ সেই প্ৰখৰ ৰ'দে ক্ষীণ কৰা আৰু তেওঁৰ অঙ্গ সৌৰভ আনি আলিঙ্গন কৰা অনুভৱ কৰিলে। শৰীৰত দাহ উৎপন্ন হল, যিয়ে ইন্দ্ৰিয় সকলৰ ক্ৰিয়া বন্ধ কৰি অন্তৰ দহন কৰিবলৈ ধৰিলে। কিবা যেন এটা তন্ময়তাতহে তেওঁ জীয়াই আছে!

প্রসৰতি পৰিমাথী কোহপ্যয়ং দেহ দাহ
স্তিৰয়তি কিৰণানাং গ্ৰাহকত্বং প্ৰমোহঃ।
ৰণ ৰণ কবি বৃদ্ধিং বিভ্ৰাদাবৰ্ত্তমানং
জ্বলতি হৃদয় মন্তস্তন্ময়ত্বঞ্চ ধত্তে।

মালতীৰ অনুৰাগ তীব্ৰ হৈ গোটেই শৰীৰকে নিধূম অগ্নিৰ দৰে ভীষণ জ্বৰৰ দৰে সকলো অঙ্গকে দহন কৰিব ধৰিছে—এই দাহৰ পৰা পিতামাতা আৰু লবঙ্গিকা কোনোৱে তেওঁক ৰক্ষা কৰিব নোৱাৰে বুলি ক্ষোভ প্ৰকাশ কৰিছে। দুষ্যন্তৰ অদৰ্শনত শকুন্তলাইও এনেদৰে বতস কুঞ্জত তীব্ৰ দাহ অনুভৱ কৰিছিল—সখী প্ৰিয়ম্বদা, অনসূয়াই বিৰহীজনৰ সন্তাপ উপশম কৰা চন্দন • প্ৰলেপ, পদুম পাতৰ বা' দিও তেওঁক শান্তি কৰিব পৰা নাছিল—এই দাহ অতি দাৰুণ, কষ্টদায়ক আৰু দেহ-মন সকলোকে সন্তপ্ত কৰি বিৰহীজনক অত্যন্ত ক্লেশ দিয়ে।

এনেতে কামন্দকীয়ে খবৰ লবলৈ অহাত মাধবৰ চবিখন লুকাই থৈ তেওঁক প্ৰণাম কৰিলে। কামন্দকীয়ে দেখিলে মালতীৰ দেহত মদনৰ অত্যাচাৰ স্পষ্ট বুজা গৈছে। কল্পনাত প্ৰিয়ৰ সঙ্গ অনুভৱ কৰি গালৰ ৰঙিন আভা ম্লান হৈছে, নীৱিবন্ধ শিথিল হৈছে, নিশ্বাস প্ৰশ্বাস ঘন, অধৰ কম্পিত, অবসন্ন, গোটেই দেহতে ঘামৰ বিন্দু প্ৰকাশ পাইছে। মসৃণ দু চকু, মুখখনি আৰু স্তনাগ্ৰ ভাগত ইষৎ কম্পন দেখা গৈছে।

কামন্দকীয়ে কৈছে—হাঁয়! হাঁয়! মালতীৰ এনে মোহন ৰূপ, এনে গঠন! ই অপাত্ৰৰ হাতত পৰি নষ্ট হৈ যাব! ইয়াতকৈ দুখৰ কথা আৰু কি আছে? লবঙ্গিকায়ো কলে—আমিও শুনিবলৈ পাইছোঁ, হেনো ৰজাৰ কথা পেলাব নোৱাৰি মালতীক নন্দনলৈ বিয়া দিব। মালতীয়ে উচপ খাই উঠি কলে—কি! পিতাই মোক ৰজাক উপহাৰ দিব? কামন্দকীয়ে কলে—সদায় কূটনীতিত লাগি থকা মানুহৰ অপত্য স্নেহ বুলি বস্তু এটা নাই—তেওঁ ভাবিছে যে ৰজাৰ আমোদ প্ৰমোদৰ সহচৰ নন্দনক জোঁৱাই কৰিব পাৰিলে তেওঁৰ লাভ হব। লবঙ্গিকাই তেওঁৰ প্ৰিয় সখীক এই জীয়া মৰণৰ পৰা বচাবলৈ কামন্দকীক কাকুতি কৰিছে। কামন্দকীয়ে কৈছে—মই কি কৰিব পাৰোঁ? ভাগ্যই সকলোকে কৰে। তথাপি ইতিহাসত পাওঁ (শকুন্তলাই দুষ্যন্তক, উৰ্বশীয়ে পুৰুৰবাক আপোন ইচ্ছাৰে বৰণ কৰিছিল—বাসবদত্তাই দেউতাকৰ নিৰ্বাচিত বৰ সঞ্জয়ক এৰি উদয়নত আত্মসমৰ্পণ

কৰিছিল—তথাপি কেনেকুৱা উপদেশ বোধ কৰোঁ নিদিয়াই ভাল। মাধৱৰ শৰীৰো অসুস্থ ; মই তালৈ যাওঁ।

লবঙ্গিকাই সুধিছে—ভগবতি ! আপুনি যাক ইমান স্নেহ কৰে সেই মাধৱনো কোন ? কামন্দকীয়ে কৈছে—বিদৰ্ভ ৰাজ্যত দেৱৰাত নামে এজনী মন্ত্ৰী আছিল তেওঁ মাধৱৰ দেউতাকৰ সতীৰ্থ। তেওঁৰ এটি পুত্ৰ জন্মে—শৰৎচন্দ্ৰৰ দৰে মধুৰ। সকলো বিদ্যাৰ আধাৰ সেই যুৱক এতিয়া ইয়াতে আছে। তেওঁ যেতিয়া বাটেদি যায়—সকলো গাভৰুৰে নীল চকুজৰি তেওঁৰ ওপৰত পৰেগৈ। তেওঁ তেওঁৰ বাল্যবন্ধু মকৰন্দেৰে সৈতে ইয়াতে ন্যায়দৰ্শন অধ্যয়ন কৰি আছে। এনেদৰে মাধৱৰ প্ৰতি মালতীৰ অনুৰাগ বৃদ্ধি কৰিছে। শঙ্খঘণ্টা ধ্বনি শুনিবলৈ পাই আৰতিৰ সময় হোৱাত কামন্দকীয়ে মন্দিৰলৈ গল।

সিদিনা কৃষ্ণা চতুৰ্দ্দশী। মালতীৰ সৌভাগ্য লাভৰ কাৰণে শঙ্কৰ মন্দিৰত পূজা দিবলৈ দেউতাকৰ অনুমতি লৈ কুসুমাকৰ উদ্যানলৈ মালতীক লবঙ্গিকাৰে সৈতে লৈ আহি পূজাৰ কাৰণে ফুল তুলিবলৈ দিলে। এনেতে তেজবুলীয়া অশোকফুল চিঙি থকা মাধৱক দেখা গল। মালতীয়ে ফুল তুলি থকাত ভাগৰ লগাত কামন্দকীয়ে ওচৰত বহুৱাই সাধু কবলৈ ধৰিলে—মাধৱ নামেৰে এজন ডেকা আছে—তেওঁক মই মৰম কৰোঁ। সেই মদন উদ্যানত মালতীক দেখা পোৱাৰে পৰা বেছেৰাই চট্‌ফটাই আছে—তেওঁৰ এয়ে প্ৰথম ভাল পোৱা। মোৰ আশঙ্কা হৈছে তেওঁ মালতীক নেপালে জীয়াই থকাৰ আশা নাই।

লবঙ্গিকাই কৈছে—সখী মালতীৰ অৱস্থাও কম শোচনীয় নহয়। তেওঁৰ গাৰ পোৰণি মাৰিবলৈ পদুমৰ পাত পাৰি দিয়া হৈছে। চন্দন আৰু কৰ্পূৰ মিলাই কলপাতত সানি তাৰে গা ঘঁহি দিয়া হৈছে—তথাপিও গাৰ পোৰণি নমৰে আৰু টোপনী নাহে, সাৰ পালেই মাধৱক নেপাই মূৰ্চ্ছা যায়। এতিয়া তেওঁৰ জীৱন মাত্ৰ চিত্ৰফলকখন আৰু সেই বকুল ফুলৰ মালা ধৰিয়েই ৰাখি আছে। এয়া চাওক ভগবতি, বকুল মালা মালতীৰ বুকুৰ আচলৰ তলত।

মাধৱে বকুলৰ মালা ধাৰি দেখি মনে মনে কৈছে,—সৌৱা মোৰ বকুলৰ মালাই প্ৰিয়া শুভ্ৰ পয়োধৰৰ ওপৰত বিলাস বৈজয়ন্তী ৰূপে স্থান পাইছে।

হঠাৎ দূৰত নাৰী কণ্ঠ আৰু বাঘৰ গোজৰনী শুনা যাব—বাঘ ! বাঘ ! বাঘ ! বাঘ এটাই লোৰ শিকলী চিঙি, গড়াল ভাঙি ওলাই ঘোৰা, 'মানুহ'—যাকে যতে

পায় মাৰি গৈছে। সোঁৱা সোঁৱা মোৰ প্ৰিয়সখী মদয়ন্তিকাক জাপ মাৰিছে। ৰক্ষা কৰা, ৰক্ষা কৰা, মোৰ প্ৰিয় সখীক।

মদয়ন্তিকাৰ জাপ মৰা বাঘৰ গোজৰণী শুনা যায়। এনেতে মকৰন্দই তৰোৱালেৰে বাঘক আঘাত কৰাতত তেওঁকে আক্ৰমণ কৰিলে। আঘাতত গোটেই শৰীৰ ক্ষতবিক্ষত হল। তথাপিও ক্ষান্ত নহৈ মাথাটোক মাৰিলে। মকৰন্দৰ অৱস্থা দেখি মদয়ন্তিকাই বিহ্বল হল আৰু নিজৰ জীৱন বিপন্ন কৰি তেওঁক ৰক্ষা কৰ্ত্তাক শুশ্ৰূষাৰ কাৰণে ব্যাকুল হৈ নিজৰ বুকুৰ উমেৰে তেওঁক ৰক্ষা কৰিব খুজি তেজেৰে বাউলী মকৰন্দক সাবটি ধৰিলে। বাঘৰ আক্ৰমণত গাৰ চাদৰখন পৰি যোৱাত উদং বুকুৰেই সাবটি ধৰিলে।

এনেতে মাধৱ দৌৰি আহি মকৰন্দৰ এনে দুৰ্দ্দশা দেখি মূৰ্চ্চা গল। কামন্দকীৰ উপদেশ মতে চাদৰৰ আঁচলেৰে বিচি আৰু চকুৰে মুখে পানী চটিয়াই মাধৱৰ সংজ্ঞা আনিলে মাধৱে মকৰন্দক বুকুত সাবটি ধৰিলে।

মদয়ন্তিকাৰ তন্ময় অৱস্থা গুচাত গম পালে যে তেওঁ উদং বুকৰে মকৰন্দক সাবটি ধৰিছে! কামন্দকীয়ে কলে, বোপা মাধৱ, তুমি অজ্ঞান হৈ থাকোঁতে মালতীয়ে মকৰন্দৰ সংজ্ঞা লাভৰ সংবাদ দি তোমাক অভিনন্দিত কৰিছিল। তাৰ বাবে তুমি তেওঁক কি পুৰস্কাৰ দিবা?

মাধৱ—তেওঁ সুসংবাদ দি মোৰ মূৰ্চ্চা ভাঙিছিল, গতিকে মোৰ এই জীৱনটো তেওঁকেই উপহাৰ দিছোঁ।

বুদ্ধ ৰক্ষিতাই আহি খবৰ দিলে—তেওঁৰ ককায়েক নন্দনে মাতি পঠাইছে। ৰজা আজি তেওঁলোকৰ ঘৰলৈ আহিছে আৰু মালতীৰ দেউতাক ভূৰিবসুৰ কথাৰ ওপৰত সম্পূৰ্ণ বিশ্বাস ৰাখি মালতীক নন্দনৰ লগত বিয়া দিব।

মদয়ন্তিকা—মালতি তুমি ইমান দিনে মোৰ প্ৰিয়সখী আছিলা—আজি এতিয়াৰ পৰা আমাৰ ঘৰৰ অলঙ্কাৰ স্বৰূপ হবা। (নিজে নিজে) মোৰ জীৱন ৰক্ষাকৰ্ত্তা, এই জীৱন তোমাকে সপিলোঁ।

মাধৱ অভিভূত হৈ পৰাত কামন্দকীয়ে কলে—মালতীতো ৰজাৰ কন্যা নহয়। পৰৰ ছোৱালী বিয়া দিবলৈ ধৰ্মতঃ ৰজাৰ কোনো অধিকাৰ নাই; গতিকে তোমালোকৰ মিলনৰ কাৰণে মই প্ৰাণ পৰ্য্যন্ত দিবলৈ সাজু আছোঁ। এনেদৰে কৈ গুচি গল।

মালতী—মহাভাগ, মালতীৰ নয়নানন্দ, এয়ে শেষ দেখা। মালতীৰ অভিলাষ মষিমূৰ হল। এনেকৈ কৈ গুচি গল।

মাধব নিৰুপায় হল। মহামাংস বিক্ৰী কৰি ভূতপ্ৰেতৰ সহায়ত মালতীক লাভ কৰিবলৈ বদ্ধ পৰিকৰ হল। মাধবে মকৰন্দক কলে, মকৰন্দ, তুমি মদয়ন্তিকাৰ কাৰণে নিশ্চয় উৎকণ্ঠিত হৈছা।

মকৰন্দ—আৰু নকবা, বাঘৰ নখৰ আচোৰত তেজ বৈ থকা মোৰ শৰীৰ তেওঁৰ সুখস্পৰ্শ উদং বুকুৰে আলিঙ্গন কৰোঁতে হৰিণীৰ দৰে চকু দুটিৰ চাৱনী আৰু অমৃতময় অঙ্গৰ পৰশ মোৰ মনত লাগি আছে বন্ধু।

মাধৱ—তোমাৰ চিন্তা নাই। বুদ্ধ ৰক্ষিতা তোমাৰ পক্ষে আছে। তাকে আকৌ তুমি আজি তেওঁৰ প্ৰাণৰক্ষা কৰিলা আৰু তোমাক তেওঁ আলিঙ্গন কৰিলে।

এনেদৰে তেওঁলোক নগৰলৈ গল।

আজি কৃষ্ণা চতুৰ্দ্দশী। ঘোৰ অন্ধকাৰ ৰাতি। পদ্মাবতীপুৰৰ উপকণ্ঠৰ মহাশ্মশান। সেই ভয়ঙ্কৰ শ্মশানৰ একাষে কৰালাৰ মন্দিৰ। ঘোৰ কাপালিক অঘোৰ ঘণ্টৰ উত্তৰসাধিকা কপালকুণ্ডলা তাত উপস্থিত। আজি মহানিশা অঘোৰ ঘণ্টই কৰালাৰ প্ৰীতি সাধনৰ কাৰণে নগৰৰ শ্ৰেষ্ঠা সুন্দৰীক বলি দিব। পূজাৰ সকলো জোগাৰ সম্পূৰ্ণ হৈছে, বাকী মাত্ৰ বলি। পদ্মাবতী পুৰতে সেই সুন্দৰী পোৱা যাব বুলি গুৰু অঘোৰ ঘণ্টই কৈছে। কপালকুণ্ডলাই যোগবলত শৰীৰৰ পঞ্চভূত বায়ুময় কৰি তুলিছে। বায়ু পথেৰে উৰি সেই সুন্দৰীক বিচাৰি ওলাল।

ইপিনে বাওঁহাতত কেচা মঙহ—তাৰপৰা তপ্‌তপ্‌কৈ তেজ ওলাব ধৰিছে আৰু সোঁহাতে উন্মুক্ত তৰোৱাল লৈ মাধব উপস্থিত হৈ কৈছে—শ্মশানবাসী ভূতপ্ৰেতগণ! লোৱা এয়া মহামাংস লোৱাহি আৰু তাৰ বিনিময়ত অলৌকিক উপায়েৰে মোৰ প্ৰিয়তমা মালতীৰ লগত মিলন ঘটাই দিয়া! হায় সেই কমনীয় মুখখনি আৰু এবাৰ চাবলৈ—সেই মদনৰ লীলাক্ষেত্ৰ অতুলনীয় দেহ লতাৰ পৰশত পুলকিত হবলৈ—সেই বকুলফুলৰ মালাৰ সুবাসেৰে সুগন্ধি বুকুৰ ওপৰত মোৰ বুকু হৈ শান্তি লভিবলৈ জানোঁ। আৰু সুযোগ ওলাব? কিয় নেপাম, মালতীকতো মই হেৰুৱাব নোৱাৰোঁ—মালতীয়ে মোৰ সত্বাৰ লগত মিহলি হৈ আছে।

এনেতে এটা কোলাহল শুনা গল। মাধবে কৈছে—সৌৱা কি বিকট দৰ্শন অস্পষ্ট মূৰ্ত্তিবোৰ চাৰিওপিনে দেখিছোঁ। সিহঁতৰ মুখবোৰ ইকাণৰ পৰা সিকাণলৈ বিস্তৃত—দাঁতবোৰ দীঘল, মানুহৰ হাঁড় নাড়ী ভুৰি আদি সিবিলাকৰ অলঙ্কাৰ, ইকি? সিবিলাকে দেখো মৰাশবোৰ টানি আজুৰি খাব ধৰিছে—হেৰা ভূতবৃন্দ! আহা! এয়া মহামাংস লোৱাহি। হাঃ হাঃ হাঃ! ভীৰু ভূতৰ দল সকলোৱে ভয়তে পলাল। যাক! এতিয়া সৌ মন্দিৰৰ ওচৰলৈ যাওঁ।

মন্দিৰত শঙ্খ ঘণ্টা আদিৰ ধ্বনি।

অঘোৰঘণ্ট—আহা সুন্দৰী বলিশালৰ ওচৰলৈ আহা।

মালতী—হায় নিদাৰুণ পিতা। মোৰ বিয়া দি ৰজাৰ প্ৰিয়পাত্ৰ হব খুজিছিলা; এয়া মই মৃত্যুৰ মুখত। ভগবতী কামন্দকী, সখি লবঙ্গিকা, মোক আৰু সপোনৰ বাহিৰে দেখিবলৈ নোপোৱা।

কপালকুণ্ডলা—আইটি! সময় নাই। যদি আটাইতকৈ তোমাৰ প্ৰিয়জন আছে তালৈ স্মৰণ কৰা।

মালতী—মাধব! প্ৰিয়তম! আজিৰ পৰা মই তোমাৰ মনত মাথো জীয়াই থাকিম।

অঘোৰ—আহা বলিৰ সময় উত্তীৰ্ণ হয়।

চামুণ্ডে! ভগবতী মন্ত্ৰ সাধনদা।

বুদ্দিষ্টা মুপনিহতাং ভজৰব পূজায়।

মাধব—ই কি দেখিছোঁ? পাষণ্ড! তই মালতীক বলি দি দেৱতাক সন্তুষ্ট কৰিবি? ভয় নাই—আহা মালতী!

অঘোৰ—সাৱধান। তেতিয়া হলে এই খড়্গ তোৰ ওপৰত পৰিব।

মাধব—শক্তি থাকে যদি মোৰ হাতৰ পৰা মালতীক কাঢ়ি নি।

মালতী—ক্ষান্ত হবা। এই কপালকুণ্ডলাক জোকাই নলব।

অঘোৰ—হতভাগা! তেন্তে তয়ে মৰ বুলি খড়্গ প্ৰহাৰ কৰিলে। মাধৱে নিমিষতে তৰোৱালেৰে আঁতৰিলে। আৰু অঘোৰ ঘণ্টক বধ কৰিলে।

কপালকুণ্ডলা—মাধব, চাবি, ইয়াৰ পৰিণাম কি ভয়াবহ—এনেদৰে কৈ গুচি গল। এনেতে বাহিৰত বহু মানুহৰ কোলাহল শুনা গল। কামন্দকী আদি সোমাই আহিল। মাধবে সুধিলে,—ভগবতি, মালতীয়ে ইয়ালৈ কেনেকৈ আহিবলৈ পালে?

কামন্দকী—মালতী শুই থকাৰ পৰা অকস্মাৎ নোহোৱা হল। মই দেখিলো আজি কৃষ্ণা চতুৰ্দ্দশী। গতিকে এই কাম অঘোৰঘণ্টৰ বাহিৰে আনৰ হব নোৱাৰে আৰু তাৰ সহায়িকা হব কপালকুণ্ডলা! সেয়ে ভূৰিবসুক কৈ সৈন্য সামন্তলৈ বিচাৰি আহি এইখিনি পালোঁ। দীৰ্ঘায়ু হোৱা বাছা! এই ভয়ানক কাপালিকক হত্যা কৰি মালতীক উদ্ধাৰ কৰিলা।

আজি নন্দনৰ লগত মালতীৰ বিয়া। কামন্দকীৰ উপদেশ মতে সহচৰী আৰু সখীসকলেৰে সৈতে মালতীক নগৰ দেৱতাৰ মন্দিৰলৈ পূজা দিবলৈ নিয়া হল। কামন্দকীৰ উপদেশ মতে কলহংসক আৰু মকৰন্দৰ লগত মাধৱ মন্দিৰত সোমাই দুটা খুটাৰ আঁৰত লুকাই থাকিল। এজনী প্ৰতিহাৰীয়ে মন্ত্ৰীয়ে কন্যাক পিন্ধিবলৈ দি পঠোৱা কাপোৰ অলঙ্কাৰ আদি দি গল মালতীক। মালতীয়ে বিষণ্ণ মনে কলে—লবঙ্গিকা, মোক যদি ভাল পোৱা তেন্তে প্ৰিয়তম মাধৱলৈ চাবা যেন মোৰ মৃত্যুত তেওঁ অধীৰ নহয়। কি প্ৰগাঢ় ভাল পোৱা! ইহ জীৱনত প্ৰিয়তমৰ লগত মিলন অসম্ভৱ দেখি পৰজন্মলৈ বাট চাব আৰু তেওঁৰ মৃত্যুৰ পিচত মাধৱৰ বিৰহ কাতৰ অৱস্থা কল্পনা কৰি আতঙ্কিত হৈছোঁ।

মালতীয়ে মৰিবলৈ কৃত সঙ্কল্প হোৱাত সখিয়েকে সান্ত্বনা দিছে আৰু মালা চন্দন আদি মালতীক পিন্ধব ধৰিছে। আৰু এনে শুভক্ষণত অমঙ্গলীয়া কথা কবলৈ হাক দিছে। মালতীয়ে উত্তৰ দিছে—কি কলা তুমিও মোক এই বীভৎস কামত যোগ দিবলৈ কৈছা? কামত এজনৰ আৰু নামত আন এজনৰ হৈ মই মহাপাপ আচৰণ কৰিব নোৱাৰোঁ। মই মৰিম! বাধা নিদিবা বুলি লবঙ্গিকাৰ ভৰিত ধৰিলে। মালতীয়ে কান্দোতে কান্দোতে চকুলোৰে নেদেখা হৈ পৰিছে। মাধৱে লবঙ্গিকাৰ মাত অনুকৰণ কৰি কৈছে—বাৰু মই আৰু একো নকওঁ। তুমি মোক এবাৰ আলিঙ্গন দিয়া। মালতীয়ে লবঙ্গিকা বুলি মাধৱক আলিঙ্গন দি কৈছে—সখি, মই বহু যাতনা ভুগিলোঁ, তোমালোককো কষ্ট দিলোঁ। এই বকুল ফুলৰ মালা ধাৰি মই বুলি তাকে বুকুত ৰাখা, এয়ে মোৰ শেষ অনুৰোধ। হঠাৎ চক খাই উঠি কৈছে—ই কি? মই কাক আলিঙ্গন কৰিছো? উঃ লবঙ্গিকাই মোক ঠগিলে।

মাধৱ—তুমি কেৱল নিজৰ দুখকে বুজা। মই তোমাৰ বিৰহত কি পোৰণী সহ কৰিছোঁ—তাক যদি বুজিলাহেঁতেন?

লবঙ্গিকা—ঠিকেই হৈছে। তোমালোকে মালা বদল কৰি গন্ধৰ্ব্ব মতে বিয়া কৰোৱা।

মালতী—তেনে বিবাহ ভাল মানুহৰ ছোৱালীৰ পক্ষে অশোভন।

কামন্দকী—মালতি, এওঁ তোমাৰ প্ৰিয়তম। দুয়োৰে হিয়াৰ মিলন ঘটিল, এতিয়া তুমি মিছাতে আশঙ্কা নকৰিবা। কামদেৱৰ ইচ্ছা পূৰণ হবলৈ দিয়া। এয়া মই আগতেই মকৰন্দ আৰু মাধবক মন্দিৰত সোমাই ৰাখিছিলোঁ। বোপা মাধৱ, এওঁ অমাত্য ভুৰিবসুৰ কন্যা। নাৰীৰ ৰত্ন, সকলো বিষয়তে দুয়ো দুয়োৰে উপযুক্ত দেখি বিধাতা আৰু কামদেৱে তোমালোক দুয়োকে মিলাই দিছে। আজি মই মালতীক তোমাৰ হাতত অৰ্পণ কৰিলোঁ।

কামন্দকীয়ে মাধবৰ হাতত মালতীক যথা শাস্ত্ৰ বিবাহৰ কাৰণে তেওঁৰ মন্দিৰলৈ পঠাই দিলে। আগতে দি যোৱা কাপোৰ অলঙ্কাৰেৰে মকৰন্দক কইনা সজাই সহচৰী সকলেৰে সৈতে বিবাহ মণ্ডপলৈ পঠাই দিলে।

ধুমধামেৰে মদনৰ বিয়া হৈ গল। মালতী বুলি সজোৱা মকৰন্দই স্বামী মদনৰ লগত বাসৰ ঘৰত সোমাল। বৰ নন্দনে কান্ধি কাচি ফুল শয্যালৈ আহি কইনাক দেখি আনন্দতে আত্মহাৰা হৈ প্ৰেম নিবেদন কৰিছে।

নন্দন—প্ৰিয়ে মালতি, মোৰ বহু কামনাৰ ধন তুমি। তোমাৰ মুখচন্দ্ৰ সুধা পান কৰি কৃতাৰ্থ হবলৈ এই নন্দনে যে আজ এই দুদিন কেনেদৰে কটাইছোঁ তাক কেনেকৈ মই তোমাক কম? প্ৰিয়ে মোলৈ এবাৰ চোৱা—তোমাৰ ওৰণী গুচোৱা। মোক আৰু জলাই নেমাৰিবা। কি কৰিছা, তুমি লাজতে ওৰণীৰে মুখ বেচি কৈছে ঢাকিলা? ৰবা—ময়ে লাজ আঁতৰাওঁ। চাওঁ—চাওঁ—কি? তথাপিও তোমাৰ দয়া নহল! ওৰণী নুগুচালা? তুমি বৰ নিষ্ঠুৰ! ৰবা—চোৱা প্ৰিয়ে, এয়া মই তোমাৰ ভৰিত পৰি কাবৌ কৰিছোঁ—মোৰ প্ৰতি প্ৰসন্ন হোৱা—এবাৰ মাথো তোমাৰ মুখ চন্দ্ৰমা চাই নয়ন মন জুৰাবলৈ দিয়া—মোক বিমুখ নকৰিবা। মই দিনত কল্পনাত আৰু ৰাতি তোমাক সপোনত দেখোঁ। সপোনত মোৰ লগত কিমান প্ৰকাৰৰ যে কাম কৌতুক কৰা!

এনেদৰে কাকুতি মিনতি কৰাতো কইনাৰ মূৰৰ ওৰণী নুগুচোৱাত বল প্ৰয়োগ কৰিবলৈ গৈ কইনাই এচাৰ মাৰি দিয়াত খং আৰু লাজতে ঘৰৰ পৰা ওলাই গল। ভনীয়েক মদয়ন্তিকাই এই কথা শুনি, ককায়েকক বিচাৰি আহি দেখে যে কইনাই মূৰে গায়ে কাপোৰ লৈ শুই আছে। মদয়ন্তিকাই জগাবলৈ যোৱাত কইনা ৰূপী মকৰন্দই হাতত থাপ মাৰি ধৰিলে। মদয়ন্তিকাই দেখিলে যে কইনা মালতী নহয়—মকৰন্দহে। তেওঁ আনন্দ আৰু আশঙ্কাত কঁপিবলৈ ধৰিলে। মকৰন্দই আশ্বাস দিছে—

ৰম্ভোৰু সহৰ ভয়ং ক্ষমতে বিকাৰ
মুৎকম্পিনঃ স্তত্ৰতটস্য ন মধ্যভাগঃ
ইথং ত্বয়েব কথিতং প্ৰণয় প্ৰসাদঃ
সঙ্কল্প নিবৃতিষু সংস্তুত এব দাসঃ।

ভয় নকৰিবা, এনেদৰে নকঁপিবা। এনেদৰে কঁপিলে তোমাৰ উথন বুকুৰ ভৰ কোমল ককালে সহিব নোৱাৰিব। সপোনত যাৰ লগত মিলিছিলা সেয়ে মই—এয়া তোমাৰ দাস।

দুয়োৰে আনন্দৰ সীমা নোহোৱা হল। এনেদৰে দুহাল প্ৰণয়ী প্ৰণয়িনীৰ মিলন ঘটিল।

সিদিনা বৰ গৰম। ৰাতি পুখুৰীত গা ধুই উঠি মাধৱ আৰু মালতী পাৰৰ এচটা শিলৰ ওপৰত বহিছে। মাধৱে উদ্দাম কামনাৰ শান্তিৰ কাৰণে মালতীক কৈছে—হে স্তনু; তোমাৰ চুলিৰ আগেৰে জলকণা পৰি থাকোতেই আৰু স্তন মুকুলিৰ মাজখিনিৰ আৰ্দ্ৰভাব থাকোঁতেই মোক এবাৰ আলিঙ্গন দিয়া। লাজ এৰা মালতি। তোমাৰ বাহুযুগল মোৰ কণ্ঠত ৰাখি মোৰ জীৱন দান কৰা। মালতীৰ লাজ নেভাগে আৰু কয়,—মলয় পৰশ চন্দ্ৰৰ কিৰণ, কোকিলৰ মদমত্ত কুঁহু ধ্বনি আদিয়ে মোক দগ্ধ কৰিছে।

এনেতে কাৰবাৰ পদ শব্দ শুনি মদয়ন্তিকাক বিচাৰি পোৱা খবৰ অনা বুলি আনন্দতে মাধৱে মালতীক গাঢ় আলিঙ্গন কৰি মালাধাৰ পিন্ধাই দিলে। কলহংসক দৌৰি আহি কলে, যে মদনক নগৰৰক্ষী সকলে আক্ৰমণ কৰিছে। মাধৱ বন্ধুৰ উদ্ধাৰৰ বাবে লৰি গল। শত্ৰুজয় কৰি মকৰন্দ-মাধৱ ঘূৰি আহি দেখে যে মালতী নাই—সখিয়েক সকলেৰে সৈতে বিচাৰিও কতো নেপালে।

দুয়ো মালতীক বিচাৰি নাপাই অধৈৰ্য্য হল। মাধৱ বাৰে বাৰে মূৰ্চ্ছিত হৈ পৰিবলৈ ধৰিলে। বৰষুণ এজাক গল আৰু মাধৱে চেতনা পালে—মেঘৰ গাজনি শুনি মেঘক সম্বোধন কৰি কয়, হেৰা মেঘ, তোমাৰ প্ৰিয় সহচৰী বিজুলীৰে তোমাক আলিঙ্গন কৰেনে? ইন্দ্ৰ ধনুৰ শোভাই তোমাৰ সৌন্দৰ্য্য বৰ্দ্ধন নকৰেনে? এনেতে মেঘৰ গাজনি শুনি কয়—তেন্তে তুমি মোৰ কথা সমৰ্থন কৰিছা—মোৰ এটা প্ৰাৰ্থনা শুনা। যদি মোৰ প্ৰিয়াক দেখা পোৱা, মোৰ বাতৰি দিবা—চাবাদেই যাতে তেওঁ আশাৰ সূতাডালি ছিলি নেপেলায়। হেৰা পৰ্ব্বতচাৰী জন্তবোৰ, মোৰ প্ৰিয়াক কোনোবাই দেখিছা জানো? ধিক! মোৰ মালতী বিহীন

জীৱন! এনেদৰে কৈ আকৌ মূৰ্চ্ছা গল। বন্ধুৰ বাৰে বাৰে মূৰ্চ্ছা হোৱা দেখি মকৰন্দ অধৈৰ্য্য হল আৰু মাধৱৰ এনেদৰে মৃত্যু হব বুলি ধৰিলৈ বন্ধুৰ ভাবী বিচ্ছেদৰ ভয়ত নিজে আত্মহত্যা কৰিবলৈ খুজিলে।

এনেতে এজনী যোগিনী আহি কলে যে তেওঁৰ হাতত মালতীৰ অভিজ্ঞান আছে। তেওঁ জীয়াই আছে—এনেদৰে কৈ বকুল ফুলৰ মালাধাৰ দিলে।

মাধৱে চেতনা পাই কলে,—বহু পৰ শুলোঁ। এয়া কি? এয়া যে সেই মই নিজ হাতে গঠা বকুলফুলৰ মালাধাৰ? যোগিনীয়ে মাধৱক সান্ত্বনা দি কলে—তাহানি কৰালাৰ মন্দিৰত অঘোৰ ঘণ্টক তুমি বধ কৰাত তাৰ প্ৰতিশোধ লবলৈ কপালকুণ্ডলা কৃতসঙ্কল্পা হল। পিচত সকলো বুজিবা—এনেদৰে কোৱাৰ পিচত মাধৱক লৈ অদৃশ্য হল।

কামন্দকী—আই লবঙ্গিকা, মদয়ন্তিকা, আৰু কিমান সহ্য কৰিম? মালতীক বিচাৰি মাধৱ বলিয়াৰদৰে ওলাই গল—তেওঁক বিচাৰি মকৰন্দও গল—আজিলৈ ঘূৰি নাহিল। আৰু কিমান দিন বাট চাম? পৰ্ব্বতৰ শিখৰলৈ উঠিগৈ মৃত্যুৰ কাৰণেই সাজু হওঁ।

মদয়ন্তিকা আৰু লবাঙ্গিকাইও তেওঁৰ পথ অনুগামী হবলৈ ওলাল। এনেতে মেঘ গৰ্জ্জন হল আৰু বিজুলী দেখা গল। হঠাৎ মকৰন্দ আহি ওলাল আৰু সকলোকে ক্ষান্ত কৰিলে। এয়া সকলো কপালকুণ্ডলাৰ যোগ প্ৰভাবতে সংঘটিত হৈছে। অমাত্য ভূৰিবসুই মালতীৰ শোকত জলা জুইত পৰি প্ৰাণ বিসৰ্জ্জন কৰিবলৈ ওলাইছে। এনেতে মালতীক কান্ধতলৈ মাধৱক আহিব ধৰা দেখা গল। মাধৱে কলে, সেই যোগিনীয়ে তেওঁলোকক শ্ৰীপৰ্ব্বতৰ পৰা লৈ আহিছে।

মালতী অচেতন হৈ পৰাত সকলোৱে ব্যাকুল হৈছে। কামন্দকীয়ো মূৰ্চ্ছিত হৈ পৰিছে। বিজুলী ধেৰেকণীৰে বৰষুণ অহাত সকলোৱে সংজ্ঞা পালে। এনেতে দৈৱবাণী শুনা গল—ৰজা আৰু নন্দনে ভৰিত ধৰিও ভূৰিবসুক বাৰণ কৰিব পৰা নাছিল—তেওঁ জীয়া জুইত পৰিবলৈ ওলাওতেময়ে তেওঁক ৰক্ষা কৰিলোঁ। কামন্দকীৰ শিষ্যা সৌদামিনীয়ে দৈববাণী কৰিছিল।

মাধৱে কলে যে কপালকুণ্ডলাই মালতীক অকলে পাই বলি দিবলৈ শ্ৰীপৰ্ব্বতলৈ লৈ যায়। এই যোগিনী সৌদামিনীৰ কৃপাত তেওঁলোক সকলোৱে মুক্তি পাইছে। যোগিনীয়ে ৰজাই মাধৱলৈ লিখা চিঠি এখন দিলে। চিঠিখন ভূৰিবসুই লিখা —নন্দনেও ৰং মনেৰে অনুমোদন কৰিছে। মাধৱক জোৱাই পাই তেওঁলোকে

প্ৰীতি লাভ কৰিছে আৰু তাৰ চিন স্বৰূপে মকৰন্দৰ হাতত মদয়ন্তিকাক অৰ্পণ কৰিছে।

কামন্দকীয়ে কলে—তাহানি যেতিয়া দেৱৰাত আৰু ভুৰিবসুৱে একেলগে পঢ়ে, তেতিয়া মোৰ আৰু সৌদামিনীৰ আগত দুয়ো অঙ্গীকাৰ কৰিছিল যে যদি তেওঁলোকৰ এজনৰ লৰা আৰু আনজনৰ ছোৱালী হয় তেন্তে দুয়োকে বিয়া দিব। ঈশ্বৰৰ ইচ্ছাত তেওঁলোকৰ প্ৰতিজ্ঞাৰ প্ৰথম চোৱা পূৰ্ণ হলেও তেওঁলোকে বিয়াৰ আয়োজন কৰিবলৈ নৌ পাওঁতেই ৰজাই নন্দনৰ কাৰণে মালতীক খুজিলে। ভুৰিবসু সঙ্কটত পৰিল—ৰজাৰ প্ৰস্তাৱত অসমত হলে তেওঁ বেয়া পাব—আনফালে তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে প্ৰতিজ্ঞা ভঙ্গ হয়—তেতিয়া তেওঁ দ্ব্যৰ্থক কথাৰে ৰজাক সমিধান দি তেওঁৰ অভিপ্ৰায় সিদ্ধিৰ ভাৰ মোৰ ওপৰত দিলে। তাৰ পিচৰ কথা তোমালোকে জানাই।

মালতী আৰু মাধৱ—মকৰন্দ আৰু মদয়ন্তিকা—তেওঁলোকৰ বিবাহিত জীৱন সুখৰ হক বুলি কামনা কৰিলে।

শিৱমস্তু ! ভূতগণ ব্ৰতী হওক পৰৰ হিতত।
দোষ ৰাশি নাশ হক
সকলোৱে সুখী হক মৰত লোকত।

**সমাপ্ত**